প্ৰকাশক :
আহিনীশ্বৰী লাইব্ৰেৰী ।
সৰভোগ কামৰূপ ।

প্ৰথম প্ৰকাশ :
১৫ আগষ্ট ১৯৭৮



মূল্য—৩.৫০ ( তিনিটকা পঞ্চাশ পইচা )

মুদ্ৰক—
ভৱানী প্ৰেছ,
গুৱাহাটী—১

# আপোন-প্ৰিয়া

৩য় ভাগ



প্ৰিয়জন :—শ্ৰীৰামচৰণ মেধী

প্ৰকাশক :
আহিনীশ্বৰী লাইব্ৰেৰী ।
—আৰাম কুটীৰ—
পো : কমাৰ গাওঁ । ( সৰভোগ )
কামৰূপ ( অসম )

# *The book Apon-Priya* (Third Part)

Expresses the content :—

1. A definite picture of an Assamese Girl.
2. A romantic feeling by a touching love of a newly married girl from her core of heart.
3. At the first instance of her married life, she had to bear an unexpected load of her 'Birah'.
4. An enjoyable hilly staying with her consort, which makes her naturally to a state of coquettish.
5. A lucky chance to see 'A Prophet' and a rare knowledge of a Metropolis.
6. A good feeling of proudness by hearing a sketchy 'Biography' in vessel (জাহিৰকা) life of her husband.

—x—

## আপোন-প্ৰিয়াৰ ভিতৰৰ কথা ঃ—

(১) অসমীয়া গাভৰু এটিৰ জীৱন্ত প্ৰতিচ্ছবি।
(২) সদ্য বিবাহিতা নাৰী-অন্তৰ জীৱনৰ এক বাস্তৱ প্ৰেমানুভৱ।
(৩) দাম্পত্য জীৱনৰ প্ৰথম অধ্যায়তেই অপ্ৰত্যাশিত বিৰহৰ গধুৰ বোজা।
(৪) নতুন বৈবাহিক জীৱনত বিলাসী পাহাৰী আবাস আৰু চাঞ্চল্য গাভৰু মন।
(৫) পুৰুষোত্তম দৰ্শন আৰু মহানগৰিৰ ভ্ৰমণ।
(৬) স্বামী জীৱনৰ লটি-ঘটি 'বাইয়গ্ৰাফি ( Biography ) তথা বাস্তৱ ভ্ৰমণ কাহিনী শ্ৰৱণত গৃহিণী জীৱনৰ আন্তৰিক গৌৰৱ অনুভৱ।

— × —



## ৰোহিণী নক্ষত্ৰ

দ্বিতীয়, তৃতীয় আৰু চতুৰ্থভাগ 'আপোন-প্ৰিয়াৰ' শ্ৰেষ্ঠা নায়িকা আকাশৰ তাৰকা নক্ষত্ৰৰ লগত সম্বন্ধ থকা 'ৰোহিনীক' যদিও নিচেই আপোন বুলি অন্তৰত অনুভৱ হয়, আৰু এই সংসাৰত মোৰ বুলি সদায় দাবী কৰিবলৈ ইচ্ছা কৰো; তথাপি তেওঁৰ বক্তিত্বপূৰ্ণ নিজস্ব ঃ মন, প্ৰাণ আৰু শৰীৰ পৃথক সত্বাৰে সংগঠিত আৰু পৰিচালিত। কোনো পদাৰ্থ বা জীৱন্ত প্ৰাণী নাইবা মানৱ জাতিৰ কোনো এজনক মোৰ বুলি কোৱা ভাবনা এক জাগতিক আৰু নিচেই ভৌতিক গ্ৰন্থি ( Complex ) মাত্ৰ। তথাপি অনুভৱ হয়, 'ৰোহিনী' মোৰ। সেয়ে 'আপোন-প্ৰিয়াৰ' পৰিবেশন আৰু 'আপোন-প্ৰিয়াৰ' সমাবেশত ৰোহিনী শ্ৰেষ্ঠা।

আদিযুগৰ পৰা অভাৱপূৰ্ণ মানুহৰ মন লাহে লাহে পুষ্ট হোৱাৰ লগে লগে ব্যক্তিগত ৰুচিও বেলেগ বেলেগ হৈ সভ্যতাত বিকাশ হৈছে। 'Many men and many minds – ধানে প্ৰতি কোনটি-জনে প্ৰতি মনটি' বুলি বিশ্লেষন হব ধৰিছে। ৰুচি অনুপাতে মানুহে ধৈৰ্য্যধৰি কৰ্ম্মত আপোন ভাবনাৰে জীৱন কটোৱা কৰ্ম্মী আৰু সাধকৰ উদাহৰণ নতুন পুৰণি বহু আছে। আধ্যাত্মিক ভাৱনাত মতলীয়া হোৱা ভক্ত দেখিছোঁ। একেৰাহে ২০-২৫ বছৰ ধৰি সাধনা কৰি বৈজ্ঞানিক সুত্ৰ উলিওৱা আইজাক নিউতনৰ কথা বহুতে পঢ়িছে। ৰাজ্য জয় কৰিব খোজা বা ৰাজ দৰবাৰৰ পদবী লাভ কৰিব চেষ্টা কৰা বহু ৰজা আৰু বীৰপুৰুষৰ ৰাজনৈতিক প্ৰচেষ্টাৰ উদাহৰণ অশোক, আলেক্‌জেণ্ডাৰ, আউৰংজেৱকে আদিকৰি বহু দিব পাৰি। কোলম্বচ-হিলাৰীৰ নিচিনা সাহসী পুৰুষে স্বইচ্ছাই সমুদ্ৰ-পৰ্ব্বতে ঘূৰিফুৰাৰ উদাহৰণো ব্যক্তিগত ৰুচিৰেই কাৰণ। নাৰী

গ্রন্থিত (Complex ওত) পৰি জীৱনত আত্মহত্যা কৰা আৰু সৰ্ব্বশ্ৰান্ত হোৱা নাৰী প্ৰেমীক সৰ্ব্বত্যাগী বলীয়া পুৰুষৰ উদাহৰণ আজি কালি কাব্য উপন্যাস আৰু বাতৰিকাকতৰ পাতত ভৰি থাকে। যি নাৰী-প্ৰেমৰ ব্যক্তিগত অভিৰুচিৰ কাৰণেই বোধহয় অষ্টম এডৱাৰ্ডে ব্ৰিটিছ সাম্ৰাজ্যৰ ৰাজসিংহাসনকো এদিন তুচ্যজ্ঞান কৰিব পাৰিছিল! ইও এটা নাৰী প্ৰেমৰ ডাঙৰ উদাহৰণ। জাহাঙ্গীৰে নুৰজাহানৰ আশাত খোপনি পাতিথকা বুৰঞ্জীৰেই এক নাৰীপ্ৰেমৰ কাহিনী। ইন্দ্ৰৰাজে অহল্যাৰ ৰূপত ধৰাপৰা, শ্ৰীকৃষ্ণই ৰুক্মিনী হৰণ কৰা—মহাভাৰতৰে কথা। ৰজা বীল্লমঙ্গলৰ কাহিনী আজি কোনে নেজানে? ৰমিয়েট-জুলিয়েট, লাইলী-মজনু, ছিৰিহ-ফৰহাদ আদি পুৰনি কাহিনী হলেও,—নতুন যুগত নতুন পুৰুষৰ নাৰী প্ৰেমৰ মাৰাত্মক ঘটনাৰ উদাহৰণ সম্ভ্ৰান্ত লোকৰ পৰা কুলী-মজদুৰলৈ প্ৰেমৰ কাহিনী দিনক দিনে সংক্ৰামক হৈ সমাজত ব্যক্তিগত অভিৰুচিৰেই নিশ্চয় পৰিপূৰক হব ধৰিছে।

সেয়ে, মোৰ ৰোহিনী যদিও শ্ৰীকৃষ্ণৰ 'ৰাধা' নহয়, চিতোৰৰ পদ্মিনী নহয়, গদাপানিৰ জয়মতী-দালীমিও নহয়, চেম্চনৰ দালীলাহও নহয়, ছিৰাজৰ ক্লীওপেট্ৰাও নহয় আৰু ছালিমৰ আনাৰকলীও নহয়,—তেওঁ মোৰ সংসাৰ-নাটকৰ জীৱন্ত নায়িকা শ্ৰেষ্ঠা অভিনেত্ৰী 'আপোন প্ৰিয়া'—আপোন গানৰ সুৰ, কাব্যৰ সমল আৰু সাহিত্যৰ সৌন্দৰ্য্য।

এতিয়াও মনত পৰে শিলঙত ইং ১৯৬৮ চনত এদিন শ্ৰদ্ধাষ্পদ গুৰুদত্ত ভাগৱতী দম্পতীদ্বয়ে চতুৰ্থভাগ 'আপোন-প্ৰিয়া' খন পঢ়ি এইদৰে শ্ৰীমতী ৰোহিনীৰ আগত মন্তব্য কৰা:—"আপোনাৰ মেধিয়ে যদি আপোনাৰ (মিচেচ্ মেধীৰ) কাৰণে আৰু কিছু পাগল হ'লহেঁতেন, তেন্তে এই সৰু কিতাপ (আপোন-প্ৰয়াৰ ৪ৰ্থ ভাগ) খনিৰ ৰচনা আৰু বেচি বঢ়িয়া হ'লহেঁতেন।"



সেয়ে এই ব্যক্তিগত 'আপোন-প্ৰিয়া' অভিৰুচি জীৱনক সংসাৰৰ ঠেলাত আৰু নক্ষত্ৰৰ খেলাত ব্যস্ত ৰাখি জীৱনক তুলনা কৰি চাবলৈ পঢ়ুৱৈ সুধী সমাজৰ আগত চেষ্টা কৰিছোঁ।

ইতি

ৰোহিনী নক্ষত্ৰৰ কৰ্ম্মফল বিশ্বাসী
—আপোন পুৰুষ—
**শ্ৰীৰাম চৰণ মেধি।**
সৰভোগ

# —THE WIFE—

*She who is not disgusted with,*
*nor possesses any aversion against*
*one's faults or disqualifications,*
*but elats*
*applying services,*
*and in an admiration for his superiority*
*is charmed with him*
*in all respects*
*is fit to be his wife!*

**(S. S. Thakur)**

## মৰমৰ উপহাৰঃ—

মোৰ ৰোহিনীয়ে এই খনি বাৰে বাৰে পঢ়ি তাইৰ উকলি যোৱা গাভৰু জীৱনৰ মধুৰ স্মৃতি আৰু বৈবাহিক জীৱনৰ প্ৰথম আধ্যায়ৰ বিগত অনুভৱ, নাৰী অন্তৰত আকৌ মনত কৰি এই চল্লিশ বছৰ বয়সতো নিজকে ডেকেৰী বুলি অনুভৱ কৰা জনীকেই 'স্মৃতি-ছবি' হিচাপে এই তৃতীয় ভাগ খনি আপোন-প্ৰিয়াৰ হাতত অৰ্পণ কৰিলোঁ। যিয়ে ইয়াৰ প্ৰথম পাঠ পঢ়িয়েই কাৰ্য্য প্ৰবেশৰ 'গৰুবেচা' ৰচিদৰ নিচিনা নিজৰ আলসুৱা গাভৰু জীৱনটিৰ বৰ্ণনা দেখি মোৰ 'সাহিত্য-সৌৰভৰ' বিশেষ মন্তব্য কৰি হিয়াভৰি হাঁহিছিল ; যদিও 'সাহিত্য-সুন্দৰীয়ে' কালিদাসৰ 'জ্ঞানদায়িনী দেবীৰ' বৰ্ণনাৰ কথাও জানে।

ৰোহিণীৰ—

**আপোন-প্ৰিয়া**

-X-

# সুচীপত্ৰ

—×—

## ॥ মোৰ সাহিত্য সৌৰভ ॥

এজনী দিপ্লিপ অসমীয়া গাভৰু। বৰণ বগা। বয়স একৈশ বছৰত ভৰি দিছে। চুলিটাৰী গফাবন্ধা, তপিনা এবাই উৰুৰ পিছলৈ পৰে; ক'লা মিচ্মিচিয়া, ভোমোৰা ক'লীয়া। ডিঙিটো সিমান দীঘল নহলেও শাৰীৰিক উচ্চতা অনুপাতে নাৰী সৌন্দৰ্য্যৰ গুৰনি গঠা। মুখ খনি মিহি ওঁঠ দুটিৰে সৈতে সৰল, পতুম পাতৰ নিছিনা চাকুচুকুলা। নাকটি সামান্য ওখ আৰু চকুৰ চেলাউৰি দুটি পাতল, ধনু ভাজুৰা। চকুৰ বৰণ ক'লা। দাত কেইটি সৰু সৰু সংখ্যাত ৩২টি, ডালিম গুটিয়া নহলেও মুখৰ ব্যৱধানৰ অনুপাতে ভালকৈ সজাই ৰখা মুকুতাৰ হাৰৰ নিচিনা দেখি। গাল দুখনি গাভৰু ছোৱালীৰ গাল। ব'দত নাইবা হাঁহিলে স্বাভাবিকতে ৰঙা-পৰি উঠে; আৰু প্ৰত্যেক খোজতে কম্পনত লৰি উঠে। দেখিবলৈ নাইবা হাত বুলাবলৈ নৰম মখ্মল কাপোৰৰ নিচিনা অনুভৱ হয়। চকুৰ চাউনিত স্বাভাৱিক লাজুকীয়া গাভৰু স্বভাৱৰ পৰক্ষ দৃষ্টি—চকুৰ কোণৰ দ্বাৰা অনিৰ্দ্দিষ্ট জনলৈ বা গভীৰ ভাৱলৈ। মুখ খনিত হাঁহি ফুটিলে মনোমোহা হাঁহি বিৰিঙি উঠে আন্তৰিকতা প্ৰকাশ কৰি, সাময়িক শাৰীৰিক চেতনাক পাহৰি কোমল শব্দ তৰঙ্গৰ ঢৌতুলি অন্যৰ অন্তৰতো বিস্তৃতি লাভকৰে সৰু হাঁহিটিয়ে। তেতিয়া গাভৰু শৰীৰটিৰ প্ৰত্যেক কোমল স্নায়ু বিলাক অজ্ঞাতে সতেজ হৈ তেজৰ

প্ৰবাহক আৰু তেজী কৰি গোটেই শৰীৰটো সামান্য কম্পনত কঁপি উঠি ৰঙাপৰে। তেতিয়া গাভৰুৰ অজ্ঞাতে তাইৰ শাৰীৰিক ভঙ্গী বিলাক চাবলৈ ভাল লাগে।

কাণ দুখনি নিখুঁত, সৰল কুঁহি পাতৰ নিচিনা দুটি সৰু বিন্ধাৰে মুল্যবান ধাতুৰ সংযোগত মৌৰ বিচনীৰ দৰে ওলমি থকা সৌন্দৰ্য্য। কাণৰ সন্মুখত দুয়োফালে সামান্য কেঁকোৰা ক'লা কেশৰ গুল্ফী ভাঁজ খাই থকা; সজাই লোৱা নহলেও সজাই দিয়া,- যিয়ে নাৰীমূৰ্ত্তি সজায়। সৰু নাহি কপাল খনিত ভাগ্যৰ ৰেখা বিলাক স্পষ্ট নহলেও বিধাতাৰ দাগ আছে; আৰু বোধহয় এই দাগ বিলাকৰ সম্বন্ধ সেই পুৰুষ জনৰ লগতেই, যিজনক তাই বৰণ কৰিব। দুয়ো ভ্ৰূৰ মাজত কপালত এটি সৰু ৰামসেন্দুৰৰ বিন্দু আঁকিলে, আৰু পাতল ওঁঠ দুটিত পকাবেলৰ নিচিনা ৰঙা ৰহন সানিলে মুখ খনি স্বাভাৱিকতে দেখিবলৈ চন্দ্ৰমুখী হৈ উঠে।

গাভৰুৰ বুকুখনি স্বাভাৱিকতে আকৰ্ষণীয়; সৰু দুটি ডালিমৰ সমান উঠন প্ৰশস্ত বুকুখনি আগুৰি আছে নাৰী সৌন্দৰ্য্যৰ সহায়ক হৈ। সেয়ে অলপ মান হেলন খোৱা আগৰ পিনে তাইৰ শৰীৰ। এনে বুকুৰ কম্পন নিশ্চয় থাকিব তাইৰ বয়স আৰু গঠন অনুপাতে। যত হিয়াৰ স্বাভাৱিক ধমনিয়ে বুকুখনি লৰাই দিয়া অনুমান কৰিব পৰি। বুকুৰ সোঁমাজতে ৰঙা এটি তিলৰ চিন, আনৰ চকুৰ পৰা অজ্ঞাত থাকিলেও আপোন প্ৰিয়ৰ চকুত পৰে। বাহু দুখনিৰ সমান্তৰাল ভাৱ, নিয়মিত দীঘলীয়া, আকাশী লতাৰ নিচিনা কোমল আৰু লেউ সেউ। হাতৰ গাঁঠি দুটিত খাৰু আছে বুলি খাৰু গাঁঠি দুটৰ গুৰনি নাৰীহাতৰ সৌন্দৰ্য্য ৰক্ষা কৰি আছে। হাতৰ আঙুলি বিলাক চিক্‌চিকিয়া লাহিৰী পতিয়া, সিমান দীঘল নহলেও শাৰীৰিক গঠনৰ সমতা ৰক্ষাকৰি নাৰীহাতৰ কৰ্ম্মদক্ষতাৰ বিশেষ উপযোগী। সৰু



ডাঙৰ হাতৰ ৰেখা পৰ্য্যাপ্ত, হাতৰ তলুৱা দুট গুৰনি কৰি ক্ষেত্ৰফল আঁকি আছে। বোধহয় এই ৰেখা বিলাকত নাৰী ভাগ্যৰ বহু কথা লুকাই আছে।

গাভৰু গঠনৰ মাখন সানা অক্ষত শৰীৰটিৰ সোঁমাজতে নাভিটিৰ সৌন্দৰ্য্য তিলৰ ফুলৰ নিচিনা 'বিন্দুটি' অলপ তলৰ পিনে অনুমান হয় যিয়ে সৰু কঁকালটিৰ বন্ধন ৰক্ষাকৰি শাৰীৰিক 'মধ্যবিন্দুৰ' বিশেষত্ব প্ৰকাশ কৰি আছে। তপিনাৰ মাংসপেশী বিলাক স্বাভাৱিক গুৰুতাৰ আভাস দিয়ে যাৰ ভৰত খোজত অলপ মৃদু গামিনী অনুমান হয়; আৰু সেয়ে বোধহয় কঁকালটিৰ আকাৰৰ তুলনাত আৰু সৰু যেন অনুমান হয়। প্ৰত্যেক মৃদু খোজতে তপিনাৰ কম্পনৰ সহযোগ নাৰী গমনৰ বিশেষত্ব প্ৰকাশ কৰে। গাভৰু দেহৰ গৌৰৱ পূৰ্ণ উৰু দুটিৰে সৈতে নিখুঁত ভৰি দুখনিৰ সৌন্দৰ্য্য অলপ ভাঁজখোৱা পদুমঠাৰিৰ নিচিনা। যাৰ ওপৰত পুষ্পিতা দেহটো নিৰ্ভৰ কৰি সদায় সূৰ্য্যদেৱক (তেজবান দেৱ পুৰুষক) কামনা কৰি থাকিবলৈ সবলতা পায়। ভৰিৰ আঙুলি কেইটা মিহি, পৃথিৱীত খোপনি পাতিবলৈ ভৰিৰ তলুৱা দুখনিৰে সৈতে পৰিপাটিকৈ সজাই ৰখা। ভৰিৰ তলুৱাৰ শেষ সীমাত ৰঙাজৰাৰ দাগ লগাই দিলে ভৰি দুখনি দেখিবলৈ আৰু জিলিকি উঠে।

গাভৰুৰ বয়স অনুপাতে শৰীৰটিৰ ওজন ১১২ পাউণ্ড, আৰু দীৰ্ঘত্ব ৪´ ফুট ১০´´ ইঞ্চি। শাৰীৰিক সকলো অঙ্গ প্ৰত্যঙ্গ স্বাভাৱিক সুস্থ আৰু আৰণ্যকীয় বাসৰ উপযোগী অনুমান হয়; যাৰ দ্বাৰা নাৰী জগতৰ গাভৰু শৰীৰটিৰে নব-যুগৰ ডেকা সকলক মোহিব পৰা নাৰী সৌন্দৰ্য্য আছে বুলি তাইও গৌৰৱ কৰিব পাৰে। নহলে অনিচ্ছাকৃতঃ 'নাৰী শৰীৰটোক, পৃথিৱীত অকাৰণে বৈ লৈ ফুৰাৰ কোনো অৰ্থ নেথাকে; যদি 'নাৰী শৰীৰত' পুৰুষৰ তৃপ্তি বজায় নেথাকে। সেয়ে

বোধহয় উল্লিখিত গাভৰুটিও শাৰীৰিক যোগ্যতা অনুপাতে ৰং-বেৰঙৰ কাপোৰাদি অসমীয়া ধৰণে পৰিপাটীকৈ ব্যৱহাৰ কৰাত হেলা নকৰে, আৰু লগতে মুখ খনি উজ্জল কৰিবলৈ লাগতিয়াল বহন আদিও ব্যৱহাৰ কৰিবলৈ নাপাহৰে।

২১ বছৰীয়া গাভৰু অবিবাহিতা; নাম 'ৰোহিণী,' উপাধি তালুকদাৰ। বোধহয় এই ভৰপূৰ গাভৰু জীৱনত পুৰুষ-সঙ্গৰ অভাৱ অনুভৱ কৰিব শিকিছে। সেয়ে যোগ্য ডেকাৰ অনুসন্ধান পৰক্ষভাৱে চলিছে। লগতে নিজে নহলেও পৰিয়ালৰ অন্য সম্বন্ধীয়ৰ দ্বাৰা আত্ম পৰিচয়ৰ বিজ্ঞাপন প্ৰকাশ হৰ ধৰিছে। ৰোহিণীৰ ঘৰ বৰনগৰৰ চন্তাবাৰী গাওঁত; সৰভোগ ৰেলৱে ষ্টেচনৰ পৰা দক্ষিন-পূৱে আঢ়ৈ মাইল মান দূৰত বেঁকী নদীৰ পাৰত। ৬ষ্ঠ মান শ্ৰেণীলৈ ইংৰাজী স্কুলত পঢ়া গাভৰু। ভনী চাৰি জনীৰ ভিতৰত তৃতীয়া; আৰু আটাই কেইজনীতকৈ চুটী চাপৰ হলেও ঘৰুৱা হিচাপ পত্ৰ নিৰ্ভৰ কৰে ৰোহিণীৰ ওপৰত। ডাঙৰ ভনী, হৈমৱতী; কাহানিবাই দ্বিতীয় মহাযুদ্ধৰ শেষ সময়তেই বিয়াৰ উৎসৱ শেষ কৰি এতিয়া কেবাটীও ল'ৰা ছোৱালীৰ মাক আৰু গৃহিনী। ৰোহিণীৰ অগা-পিছা ভনী দুজনী এতিয়াওঁ 'মিচ্', তথা কাকো বৰণ কৰা নাই; আৰু প্ৰত্যেক জনীয়ে দুই-তিনি বছৰৰ অগা-পিছা।

গঙ্গা, ৰোহিণীৰ দ্বিতীয় ডাঙৰ ভনী। দেখাত ৰোহিণীতকৈও চকুত লগা, সুঠাম স্বাস্থ্যৱতী; তথা বৰনগৰ আঞ্চলিকৰ ভিতৰত এজনী সুন্দৰী বুলি বিবেচিত। এওঁ এক সময়ত গুৱাহাটী পানবজাৰ স্কুলৰ ছোৱালী হোষ্টেলৰো ছাত্ৰী আছিল। যিয়ে বৰনগৰ অঞ্চলৰ পৰা প্ৰথম বুলি হিচাপত পৰে। লগতে অসমত হোৱা 'শৰণীয়া কেম্পৰ' গ্ৰাম্য সেৱিকাৰ ট্ৰেইনিং পোৱা প্ৰথম দলৰ ছাত্ৰী হিচাপেও গঙ্গা তালুকদাৰৰ ৰেকড



আছে। সেয়ে এওঁ অসমৰ কেবাটাও অন্যান্য গাৱঁলীয়া সংগঠন কেন্দ্ৰত (welfare centre ওত) কাম কৰিছিল; আৰু এতিয়াও কোনো এটা কেন্দ্ৰৰ প্ৰমুখ কৰ্ম্মী। সেয়ে বোধহয় এতিয়াও এওঁ বিবাহত ভৰ দিয়া নাই।

ৰোহিনীৰ সৰু ভনী জনীৰ নাম ত্ৰিবেনী। বয়স প্ৰায় ৩ঠৰ মান হব। দেখাত শকত আৱত, ৰোহিনীতকৈও ওখ; তথাপি ঘৰত কেচুৱাটিৰ সমান আদৰ পায়; আৰু এতিয়ালৈকে ঘৰত তাই বিশেষ সমস্যাৰ হৈ উঠা নাই, যদিও বয়স ওঠৰ। কাৰণ দুজনী ভনী ওপৰত। লেখা-পঢ়া ইংৰাজী স্কুলৰ ৫ম মান শ্ৰেণীলৈ; লগতে গানো গায়, আৰু হিন্দিও পঢ়ে। ঠগ-গঢ় ভনীসকলৰ সম-সাময়িক কিন্তু তুলনাত শ্যামলী। ভাৱত গধুৰ প্ৰীতিত মধুৰ, ৰূপত নাৰী.— সন্ধন্ধত তাই খুবশালী।

ৰোহিণী সম্বন্ধে বিজ্ঞাপন মোৰো ওচৰ পালেহি। এজন সন্ধন্ধীয়াই গাভৰুটিৰ প্ৰতি উদ্গুকিয়াই দিলে। হয়োতো, এনেকুৱা জাকত জিলিকা গাভৰুৰ প্ৰাৰ্থী কেবাজনো থাকিব পাৰে, ইয়াত সন্দেহ কি? তথাপিও গাভৰুৰ নিজা মত আৰু পছন্দৰ কাৰণেও বোধহয় নিশ্চয় অপেক্ষা কৰিব লাগিব। গাভৰুৰ মাকে গোটাচেৰেক প্ৰাৰ্থীৰ দুই এজনৰ লগত ব্যক্তিগত দেখা সাক্ষাতৰ সুবিধাও কৰি ললে; কিন্তু কি হব? ৰোহিণীৰ পছন্দই সমস্যাৰ শেষ মিমাংসা। লগতে প্ৰজাপতিৰ আশীৰ্ব্বাদ আৰু নিৰ্ব্বন্ধন। গাভৰুৱে আপোন সাহসেৰে সকলোকে ঠেলা মাৰি এজন বিশেষ প্ৰাৰ্থীৰ প্ৰতি 'মৌনম্ সম্মতি লক্ষণম্', বোধহয় আন্তৰিক নিৰ্ব্বাচন কৰি ললে। গাভৰুসকলৰ এনেকুৱা শুভ আৰু জীৱনীয় সমস্যাত নিশ্চয় সংসাহ আৰু দৃঢ় প্ৰত্যয় থকা উচিত। নহলে গাভৰুবিলাকে দাম্পত্য জীৱনত নিজৰ তৃপ্তি বিচাৰি নেপাবও পাৰে। সেয়ে

ৰোহিনী গাভৰুটিৰ এনেকুৱা মনোবল আৰু সৎসাহৰ দৃঢ়ত্ব নিশ্চয় প্ৰশংসনীয়। যাৰ কাৰণে তাই নিজৰ দ'ৰা নিৰ্ব্বাচনত মাকৰ যতনাও ভোগ কৰা বুলি নিজে সাক্ষ্য দিয়ে।

ৰোহিণীৰ নিৰ্ব্বাচিত পুৰুষ এই সময়ত লক্ষ্মৌ চহৰত সৈনিক হস্পিতালৰ নাৰ্চিং ক্লাচৰ ফাইনেল পৰীক্ষাৰ ছাত্ৰ, 'মেল'নাৰ্চৰ কোৰ্চ সৈন্য বিভাগৰ মেডিকেল ডিপার্টমেণ্টত (AMC) যুদ্ধৰ সময়ত ভৰ্ত্তি হোৱা এজন মেম্বাৰ। বয়স ৩৩ বছৰ, ৰোহিনীৰ পছন্দৰ। অসমৰ পৰা টেলিগ্ৰাম্ আহিল ডাঙৰ ভাইৰ বিয়াৰ কাৰনে ছোৱালী পক্ষ সম্মত; সোনকালে আহিব লাগে'। এই সময়ত যুৱকৰ পৰীক্ষাও। সমাগত; জুনৰ শেষ সপ্তাহত পৰীক্ষা। এই কাৰনে ৰাতিতাবে চাৰ্জাৰী, মেডিকেল, ই-এন-টি (EAR-NOSE-THROAT), অফ্থেলমিক্ ডাৰ্মাটোলজী, সাইকিয়াট্ৰি (Psychiatry), টি-বি (Tuberculosis), অপাৰেশ্যন্ থিয়েটাৰ লেবৰেটৰী, এক্সৰে (X-Ray), ডিস্পেন্চাৰী, ফিজিও থেৰাপী এনাটোমী, ফিজিও ল'জী আদিৰ বিষয়, ৱাৰ্ডচ (wards আৰু ডিপাৰ্টমেণ্টৰ ক্লাচ্ পূৰাদমে এটাৰ পাচত এটাকৈ হব ধৰিছে। এদিন ক্লাচ্ নকৰিলেই বহু বিষয় হাতৰ পৰা এৰা পৰে। লগতে ৱাৰ্ডৰ কাৰ্য্যৰ কৰ্ম্ম নিপুনতা আৰু নতুন নতুন ৰোগীৰ সুসংস্থাৰ (Management) দায়িত্ব। ইয়াৰ উপৰিও হস্পিতাল ডিপ্লোমাত উত্তীৰ্ণ হব খোজা কেইজনীমান গাভৰু নাৰ্চৰ দল এটাৰ লগত পুৰুষ দলটোৰ প্ৰতিযোগীতা দৈনন্দিন কাৰ্য্যক্ৰম হৈ পৰিছে ৱাৰ্ডত, ক্লাচত আৰু কাৰ্য্য প্ৰতিসিদ্ধতাত (Demonstration অত)।

এই হল যুৱকৰ সমস্যা,—বিবাহ আৰু পৰীক্ষা। মানুহৰ জীৱনটোৱে পৰীক্ষা; ইয়াক মানি লবই লাগিব। 'বিবাহ' যে জীৱনত আৰু শ্ৰেষ্ঠ পৰীক্ষা, ইয়াৰ কাৰণে



সকলো অবিবাহিতে সাজু হব লাগিব। নহলে জীৱনটোৰ 'পাচ্-ফেইলৰ' পৰিচয় বিবাহতে নিৰ্ণয় হয়। 'বিবাহ মানে বিশেষ ভাবে বহন কৰাৰ সমৰ্থতা আৰু যোগ্যতা Efficiency to bear' বুলি মহাপুৰুষে কয়। হয়তো, বিবাহত উত্তীৰ্ণ হোৱা, তথা বিবাহটো জীৱনত ভালহোৱা মানে, সামৰ্থ দাম্পত্য জীৱনেৰে সৈতে সাংসাৰিক জীৱনত ভাল বংশ-গৌৰৱৰ জন্ম দিয়া। নহলে দাম্পত্য জীৱনত অসুখীহৈ ভবিষ্যত বংশধৰ সকলৰ বিকৃতি আৰু অপকৃতী বিবাহৰে কুফল। ইয়াতকৈ নাৰী-পুৰুষৰ জীৱনত আৰু কি ডাঙৰ পৰীক্ষা হব পাৰে? সেয়ে, ব্যক্তিৰ ধৰ্ম্ম (আদৰ্শ), শিক্ষা আৰু বিবাহ এই তিনিটা ঠিক থকিলেই সমাজ আৰু দেশ স্বাভাৱিকতে সুস্থহৈ উঠিব বুলি মহপুৰুষে বাৰে বাৰে সোঁৱাই দিছে।

গতিকে এই ক্ষেত্ৰত বিবাহটো যে জীৱনত মুখ্য, ইয়াকে যুৱকে অনুভৱ কৰি ৰোহিণী গাভৰুটিৰ পাণি গ্ৰহন কৰাকে ঠিক কৰিলে। ভাল ছোৱালী ধৰা পৰিলে কোনে হাত এৰি দিয়ে? লগতে ৰোহিণীৰ নিচিনা গাভৰুৰ পছন্দ (Choice) আৰু সমৰ্পণ (Offer) দুয়োতাকেই অৱজ্ঞা কৰিবলৈ সাহ কৰিব নোৱাৰি। বৰং তাইৰ গাভৰু হাতৰ বৰমাল্য গলত পিন্ধি লোৱাহে গৌৰৱৰ আৰু জীৱনত পুৰুষত্বৰ পৰিচয় হব; ইয়াত কোনো সন্দেহ নাই। লগতে ভাবী জীৱনৰ সংসাৰ-পথ অতিক্ৰম কৰিবলৈ লগত এজনী মনোমোহা সহচৰীৰ অভাৱ বোধহয় সকলো ডেকাই অনুভৱ কৰে? যিয়ে লগত থাকি আপোন প্ৰিয়ৰ জীৱনত প্ৰেৰণা, উৎসাহ আৰু দাম্পত্য প্ৰেমৰ যোগান দিব পাৰে। শ্ৰীমতী ৰোহিণীৰ পৰা এই সকলো বিলাককে আশাকৰি মাত্ৰ ১৫ দিনৰ চুটীলৈ লক্ষ্ণৌৰ তুফান্ মেইলত তেপান্তৰৰ মাঠ পাৰহৈ দৰা সাজিবলৈ অসমত আহি ওলালো, বসন্ত ঋতুৰ শেষ ভাগত, তথা

বহাগ মাহত। বোধহয় ৰোহিণীও মোৰেই আগমনৰ অপেক্ষা কৰি আছে, একৈশটি বছৰ ধৰি, স্বইচ্ছাই নিজৰ গাভৰু জীৱনৰ ৰূপ বদল দিবলৈ; পিতৃ গৃহৰ পৰা ওলাই আহি শহুৰালয়ত বধূ সাজিবলৈ, তথা স্বামী গৃহত গৃহিণীৰ দায়িত্ব লবলৈ। ধন্য গাভৰু জীৱন, ধন্য নাৰীৰ সাহ! যিয়ে অপৰিচিত জনক অকাতৰে নিজৰ কৰি লব পাৰে! যিয়ে আনৰ ঘৰক নিজৰ বুলি দাবী কৰিব পাৰে, আৰু যিয়ে নবাগত হৈও শেষত বহু নবাগতক আহ্বান কৰিব শিকে! নাৰী! তোমাৰ ঘৰ স্বামীগৃহ। নাৰী! তোমাৰ সহায় পুৰুষ! নাৰী তোমাৰ ৰূপ পুৰুষ লাভত সাৰ্থক। নাৰী! তোমাৰ ধৰ্ম্ম অনুগামিনী, তথা তুমি সদায় সহধৰ্ম্মিনী।

ঘৰত আহি শ্ৰীমতী ৰোহিণীৰ লগত মোৰ বিবাহ হৈ গল, বহাগৰ ২৮ তাৰিখ ১৩৬৫ চনত। (ইংৰাজী ১২ মে' ১৯৫৮ চনত) ৰবিবাৰে শুক্লা নৱমী তিথিৰ শ্ৰৱণা নক্ষত্ৰৰ শুভক্ষণত। ৰোহিনীক লগ্নৰ সময়ত মোৰ হাতত সম্প্ৰদান কৰিলে তাইৰ দ্বিতীয় ডাঙৰ ভায়েক বিজয় তালুকদাৰে। দেউতাক তেতিয়া নৰিয়াত শয্যাগত। প্ৰথম জন ডাঙৰ ভায়েক তেতিয়া দক্ষিন ভাৰতৰ বেঙ্গোলৰ চহৰত। সৈনিক বিভাগত তেওঁ এজন জুনিয়ৰ কমিচন অফিচাৰ (JCO)

বিবাহৰ পিচদিনা বিয়াৰ কইনা ৰোহিনী নিজৰ দেউতাকৰ ঘৰ এৰি মোৰ লগতে কামাৰ গাওঁলৈ আপোন ঘৰ বিচাৰি আহি প্ৰভাতী পুৱাতে শুভমুহূৰ্ত্তত 'আৰাম কুটীৰৰ' দুৱাৰ মুকলি কৰি ললে;—যিটো তাইৰ ভাগ্যত আছিল; য'ত তাই জীৱনৰ বাকীছোৱা কাল কটাবলৈ সাজুহৈ আহিব লগাত পৰিছে। যি ঘৰক তাই নিজৰ বুলি ভাবিবলৈ আৰম্ভকহৈ পৰিছে; আৰু য'ত তাই নিজৰ পুৰুষৰ স্পৰ্শ আৰু পৰিচয় আশা কৰিব পাৰিছে!



## ॥ ঝলক ॥

বিবাহৰ বন্দৱস্ত হোৱাৰ আগতে ৰোহিণীক মই ভালকৈ দেখাৰ সুবিধা পোৱা নাছিলো। বোধহয় তাইও নিশ্চয় মোক ভালকৈ চাবৰ আশা কৰি আছিল। এদিন এজনী বয়সীয়াল মহিলাৰ লগত সৰুভোগ-কামাৰ গাওঁ আলিবাটত এজনী ফুট্‌ফুটীয়া বিহামেখেলা আৰু ৰঙাব্লাউচ পিন্ধা নতুন মুখৰ গাভৰু এটি চকুত পৰিছিল। কিন্তু মই চাইকেলৰ গতিত থকাৰ কাৰণে সেই নতুন মুখখনি ভালকৈ দৃষ্টিত নপৰিল। লগতে আলিবাটত কোনো অপৰিচিতা সম্ভ্ৰান্ত গাভৰুৰ মুখে মুখে, চকুৰে চকুৰে চোৱাও ভদ্ৰলোকৰ পৰিচয় নহয়; যদিও দৰ্শনীয়ৰ অজ্ঞাতে পাচৰ ফালে চাইলোৱাত কোনো বাধা নাই। পাচত জানিব পাৰিলো, এই জনীৰে নাম ৰোহিণী; আৰু এইয়ে মোৰ চকুত ৰোহিণীৰ প্ৰথম ঝলক।

দ্বিতীয় ঝলক—এদিন বাধ্যহৈ ৰোহিণীৰ ঘৰত যাব লগাত পৰিল, ঘটকৰ লগত আবেলি সন্ধ্যাপৰত। চাহ-পানী দিলে সৰু জনীয়ে। হয়তো ৰোহিণী ৰান্ধনি ঘৰতে ব্যস্ত মোৰ অভ্যৰ্থনাৰ কাৰণে। দুৰ্ভাগ্যবশতঃ সন্ধ্যাৰ লগে লগে যদিও গাভৰু এপাক ঘৰৰ বাহিৰ হৈ দৰ্শন দিলে; সন্ধ্যাৰ এন্ধাৰত মই সেই ক্ষণত শ্ৰীমতী ৰোহিণীৰ ছায়াটোহে দেখিবৰ সুবিধা পালো। সুন্দৰীৰ মুখখনি সেই দিনো মোৰ চকুৰ দৃষ্টিৰ পৰা অজ্ঞাত থাকিল। তথাপি সৰু ভণী জনীৰ গঢ়-গঠন আৰু

মুখৰ ছবি দেখি মনতে স্থিৰ কৰিলো, যদি ছোৱালী ধৰাপৰে তেন্তে এৰি নিদিওঁ।

বিবাহৰ এদিন আগতে বোধহয় জোৰোণ। সেইদিনা ৰোহিণীয়ে দ'ৰা পক্ষৰ পোছাক-পাতি আৰু লক্ষ্মৌচহৰৰ পৰা অনা অলঙ্কাৰ আদি পিন্ধি তাই কইনাৰ সাজত সাজিব লাগিব, বিবাহৰ শুভক্ষণলৈ। এই জোৰোণৰ দিনাই আগপৰতে লক্ষ্মৌৰ পৰা ৰোহিণীৰ কাৰণে অনা আঙুঠিটো পিন্ধাবৰ কাৰণে সুবিধা কৰিব লগা হল। নহলে মোৰ হাতৰ দ্বাৰা ৰোহিণীয়ে আঙুঠি পিন্ধিব নেপাব বিবাহৰ আগতে। ৰোহিণীৰ দৰ্শন আৰু স্পৰ্শৰ কাৰণে এই উদ্দেশ্য নাথাকিলেও, কইনা পক্ষৰ কিছু সন্দেহ হল; ডেকাই হয়তো শেষবাৰলৈ ছোৱালী দৰ্শনত দৃঢ়নিশ্চয় হোৱা নাই; আৰু হয়তো নাকচ কৰিবৰো উদ্দেশ্য থাকিব পাৰে। যিহেতু ডেকাৰ মানসিক মান সম্বন্ধে কইনা পক্ষৰ বিশেষ জ্ঞান নাছিল। নহলে, জোৰোণৰ সময়ত যেতিয়া দ'ৰা পক্ষৰ পৰা অলঙ্কাৰ আদি পিন্ধোৱাই হব, ইয়াৰ আগমুহূৰ্ত্তে আৰু দ'ৰাৰ এইটো কি মতলব হব পাৰে? সন্দেহৰে কথা! যিহেতু আজি কালি বহুত ধুনীয়া ধুনীয়া গাভৰুও বিবাহৰ আগমুহূৰ্ত্ততে বিবাহৰ পৰা বঞ্চিত হব লগাত পৰে, বহু কাৰণত; তথা লগতে সামাজিক দোষও ইয়াৰ অন্য এটা কাৰণ।

যেইহোক, সন্দেহ হলেও দ'ৰাৰ মতেই চলিব লাগিব; নহলে 'বৰ' কিহৰ? ইয়াৰ লগতে ছোৱালীৰ জীৱনৰ সম্বন্ধ। ৰোহিণীক আঙুঠি পিন্ধাব আহিলো দিনৰ ১০টা মান বজাত শুক্ৰবাৰে, এজন গাৰঁৱে বন্ধু লগতলৈ। কৰ্ম্মব্যস্ত ভৰিথকা চ'তালত ৰোহিণী সাধাৰণ পোছাকেৰে ওলাই আহিল গাভৰু খোজত তালটো মিলাই যি জনীক মই প্ৰথম বাৰ ভালকৈ চাবৰ সুবিধা পালো। লগে লগে তাইৰ নামটো সুধি, আঙুঠি



পিন্ধোৱাৰ উদ্দেশ্যটো ইংগিত কৰি ৰোহিনীৰ লাহী সোঁহাত খনিৰ অনামিকা আঙুলিটিত 'ৰাম' চিন থকা আঙুঠিটো অতি সাৱধানে পিন্ধাই দি মোৰ পুৰুষ ওঁঠ দুটিৰে তাইৰ কোমল হাতখনিত এটি চুমা খালো; যিটো কাৰ্য্য উপস্থিত সকলো দৰ্শকৰ কাৰণে এক নতুন অনুভৱ হল। ৰোহিনীজনীও মোৰ কোৱামতে মোৰ বাওঁ হাতৰ অনামিকা আঙুলিটোত নিৰ্দ্দিষ্ট 'RS' চিন থকা অন্য আঙুঠি এটি পিন্ধাই দি সৰু এটা সেৱা জনাই সন্তৰ্পনে ঘৰত সোমালেগৈ। ইয়াৰ ভিতৰতে ৰোহিনীৰ মোমাই এজনে মোৰ কেমেৰাটোৰে আঙুঠি পিন্ধোৱা দৃশ্যৰ দুটি ফটোও উঠাই দিলে; যিজন এক সময়ত স্কুলত মোৰ ক্লাচৰ বন্ধু আছিল।

ভাবি দ'ৰাই হৰলগা কইনাক আঙুঠি পিন্ধোৱা কাৰ্য্য শেষ হল, কিন্তু ইয়াতো দুটা কথা নতুন কৈ পৰিল। দৰা পক্ষৰ পৰা নিৰ্ব্বাচিত ছোৱালীক বিবাহৰ আগতে আঙুঠী পিন্ধোৱা কাৰ্য্য আজি কালি নব্য যুৱকদলৰ ভিতৰত সৰ্ব্ব সাধাৰণতে হৈ থাকে। কিন্তু ছোৱালীয়ে নিজৰ হৰলগা দ'ৰাক আঙুঠি পিন্ধোৱা দৃশ্য বোধহয় এই 'ৰোহিণীৰ'' বিবাহতেই প্ৰথম আৰু নতুন প্ৰথা কইনাপক্ষৰ সকলোৱে দেখিলে। দ্বিতীয়তে,— অপৰিচিত ৰোহিনীৰ প্ৰথম পৰিচয়তে মোৰ নিচিনা নৱ-যুৱক এজনে বিবাহৰ আগতে সংৰক্ষিত গাভৰু অঙ্গত সকলোৰ আগতে চুমাটো খোৱা অৱশ্যে পুৰুষ হৃদয়ত যথেষ্ট সাহসৰ আৱশ্যক যদিও; দৃশ্যটোৱে উপস্থিত সকলোৰে গা শিঁহৰাই দিছিল। বিশেষকৈ অবিবাহিত ভনী আৰু গাভৰু মাহীয়েক কেজনীৰ। তেওঁলোকৰ মুখে মুখে গুণ গুণনি উঠিল; আৰু বোধহয় কম বেচি পৰিমানে ডেকাৰ চৰিত্ৰ সম্বন্ধেও সন্দেহ জাগৰিত হল। সন্দেহ হবৰে কথা! যি ব্যৱহাৰ কোনোদিনে দেখা নাই, শুনা নাই আৰু বোধহয় আমাৰ দেশত কোনো ভাবি দ'ৰাই নিজৰ হৰলগা 'আপোন'

প্ৰিয়াক' সমাজৰ চকুৰ আগত তেনে এটি চুমাৰ চুম্বন দিবলৈ ইমান দিনে সাহকৰা দেখা নাই ! লগে লগে মোৰ প্ৰথম চুমাটীয়ে ৰোহিণীৰ শৰীৰটীৰ কঁপাব নোৱাৰিলেও অজ্ঞাতে তাইৰ বুকুখনি নিশ্চয় কঁপি উঠিছিল, এটা অজ্ঞাত আমন্ত্ৰণত। যেতিয়া মোৰ আলসুৰা ওঁঠ দুটিৰ কোমল স্পৰ্শ তাইৰ নিঃস্পৰ্শ গাভৰু হাতৰ স্নায়ু বিলাকে অনিচ্ছা সত্ত্বেও সহ্য কৰিব লগাত পৰিছিল। 'চুমা' এটিৰ মূল্য পৃথিৱীৰ মানৱ জাতিৰ, তথা পশু পক্ষীৰ মৰম-স্নেহ আৰু আন্তৰিক প্ৰেমৰ স্বাভাৱিক চিন্। যাৰ দ্বাৰা মই মোৰ ৰাচিলোৱা ৰোহিণীক প্ৰথম সম্ভাষণ জনাবলৈ বাধ্য হৈ পৰিছিলো, তাইৰ শাৰীৰিক স্পৰ্শৰ প্ৰথম সাৰ্থকতাত। ইয়াত সন্দেহ কৰিব লগীয়া একো নাই যদিও,—অবিবাহিত গাভৰু বিলাকৰ ধৈৰ্য্যৰ সীমা নিশ্চয় পাৰহৈ যাব, তেতিয়া সিহঁতে জীৱনত নতুন ডেকা এজনৰ প্ৰথম চুমাটীৰ নতুন স্পৰ্শ অনুভৱ কৰিব। ভাল 'চুমা' সভ্যতাৰ ভাল চিন; যাক সকলোৱে সমৰ্থন কৰা উচিত।



## ॥ আৰাম কুটীৰৰ ৰাণী ॥

যেইহোক, ৰোহিণী মোৰ ঘৰত আহি 'আৰাম-কুটীৰত' বন্তি জ্বলালে ; গৃহদেৱতা ঠাকুৰক প্ৰণাম জনালে ; লগে লগে স্বামীদেৱতাৰো পৰিচয় সাংক্ষেপ হল। ৰোহিণীৰ আগমনত আৰাম কুটীৰৰ কোঠালী বিলাক উজ্বল হৈ উঠিল। তাইৰ পদক্ষেপত কক্ষ বিলাকৰ শঙ্কা দূৰ হল। নাৰীৰ স্পৰ্শত পৰিথকা বস্তুবিলাকে সজীৱতা লাভ কৰিলে। আৰাম-কুটীৰে নৱ-বধুৰ উপস্থিতিত নিজৰ শোভাবৰ্দ্ধন অনুভৱ কৰিলে ; আৰু লগে লগে জীৱনীয় আলিঙ্গনেৰে আপোন প্ৰিয়ক অভিনন্দন জনাই 'আপোন প্ৰিয়াৰ' আপোন আসনত প্ৰতিষ্ঠা লাভ কৰিলে। ৰোহিণীয়ে মোৰ সৰু পৰিয়ালটোৰ লগত পৰিচয় হোৱাত বেছি সময় নেলাগিল। পৰিয়ালৰ ভিতৰত ৰোহিণীৰ শহুৰ (পিতৃদেৱ), মাহী শাহু, ভাই শহুৰ (ডাঙৰ ভাই), ঝা এজনী, পাঁচজনী মান নন্দেক, এজন দেওৰ, এজনী ভাতিজী, আৰু দুজন সৰু ভতিজা। ইয়াৰ মাজত ৰোহিণীৰ উপস্থিতি ; নিজৰ পুৰুষক আশ্ৰয় কৰি নতুন ঘৰ সাজিবলৈ। এয়ে বিবাহিত গাভৰুৰ জীৱনীয় সাহ, নাৰী জীৱনৰ পৰিবৰ্তন তথা ভবিষ্যত আশাৰ স্বপ্ন।

এইয়ে নাৰী— যি নাৰী নতুন দিনৰ নতুন যৌৱনত নতুন হাতৰ নৱ-স্পৰ্শত কঁপি কঁপি উঠে। যিয়ে নতুন পুৰুষক নতুন দিনত লুকাই লুকাই চাবৰ ইচ্ছা কৰে ! সেই নাৰী নতুন

সংসাৰ পথত গৃহস্থৰ নৰ সম্ৰাজ্ঞীৰ অধিকাৰ বিচাৰি জীৱনত যেতিয়া পৰিচয় দিব আহিলে, তেতিয়া মনত পৰিল হৰ-গৌৰীৰ যোৰা; যি সংসাৰিক মানুহৰ কাৰণে প্ৰজ্ঞা পুৰুষৰ গৃহস্থাশ্ৰমৰ আদৰ্শ উদাহৰণ। বিধাতাৰ বিধিৰ লিখনত নাৰীৰ যোৰা কাৰ লগত সাঙুৰি ৰাখিছে, সেইটো বিধিয়েহে জানে। শিৱ-পাৰ্ব্বতী, ৰাধা-কৃষ্ণ, সাবিত্ৰী-সত্যবান, বেহুলা-লখিন্দাৰ আদি সকলো বিধতাৰেই কঠিন যোৰা, যাক খণ্ডন কৰিবলৈ বিধিও অপাৰগ। সেয়ে মোৰ নতুন ৰোহিনী — আহা, আজি আমিও বিধতাৰ ইচ্ছাক পৰিপূৰণ কৰিবৰ চেষ্টা কৰি নতুন সংসাৰ-সাগৰত একেলগে সাতুৰ মেলি দুয়ো গৃহস্থাশ্ৰমৰ মৰ্য্যদা বঢ়াওঁহি।

এতিয়া ৰোহিণীক নিৰ্দ্দেশ দিয়াৰ পালা মোৰ ওপৰত পৰিল। তাইক আপোন প্ৰিয়া বুলি সম্বোধন কৰিলোঁ। নিৰ্ভয় দিলো। তাইৰ নামটো আকৌ সুধিলো। মাতি আনি কাষত বহালো। কথা সুধিলো। ৰোহিনীৰ গাত হাত বুলালো। লগতে আকৌ চুমা যাচিলো, আৰু লগে লগে ৰোহিনীক মোৰ নিজা কৰি ললো। নবাগত ৰোহিনী গাভৰুটিৰ সঙ্গ মোৰ বৰ ভাল লগা হল। তাইৰ দীঘল চুলিটাৰিৰ সুগন্ধ মোৰ নাকত লাগিল। লাহী হাত দুখনিৰ শাঁখাৰ ঝংকাৰ মোৰ কাণত বাজিল। তাইৰ সৰু গাভৰু ভৰি দুখনিৰ শব্দৰ তালত মই সাৰ পোৱা হলো। ৰোহিণীৰ সুগঠন গাভৰু শৰীৰটিৰ লৰ-চৰ মোৰ চকুত এক নতুন দৃশ্য অনুভৱ হল। তাইৰ মাতৰ বল আৰু হাতৰ স্পৰ্শত জীৱনত নতুন তৃপ্তি বোধ হল। কেতিয়াবা কেতিয়াবা মোৰ চকুৰ দৃষ্টিৰ লগত ৰোহিণীৰ চকুৰ দৃষ্টি অজ্ঞাতে মিল হব ধৰিলে। অনিচ্ছা সত্বেও অকাৰণে তাইক মই চাবলৈ আৰু বিচাৰিবলৈ অভ্যাস কৰিব ধৰিলোঁ। ৰোহিনীক মই সোধা কথাকে আকৌ সুধি তাইৰ মুখৰ মাত আৰু মনৰ ভাব পাবলৈ আশা কৰিলো।



ৰোহিণীও বোধহয় ইয়াৰ ভিতৰতে মোক 'আপোন' বুলি অনুভৱ কৰিব ধৰিলে। তাই মাজে মাজে ঘৰৰ ভিতৰতে উজুতি খাব ধৰিলে। মোৰ মন পাবৰ কাৰণেই বোধহয় অলাগতিয়াল বস্তুটোও মোৰ আগত আনিদিব ধৰিলে। অকলে অকলে নিজৰ মুখ খনিকে দাপোনত ঘনাই ঘনাই চাব ধৰিলে। আগফালৰ কেঁকোৰা চুলি কেডালকে ৰোহিণীয়ে সযত্নে বাৰ বাৰ আঙুলি বুলাব অভ্যাস কৰিলে। খহিপৰা বিহাৰ আচলটো আৰু ঢিলাহোৱা মেখেলাৰ লুচ্‌টো কঁকালত আৰু আঁটি পিন্ধিবলৈ যত্ন কৰিলে। ঘৰৰ বাহিৰত ওলোৱাৰ আগতে বুকুখনি আৰু মুখখনি চাবলৈ নাপাহৰা হল। ৰোহিণীয়ে মোৰ মাত আৰু হাত চিনিপোৱা হল। এইদৰে ৰোহিণীয়ে তাইৰ বিয়াৰ পাচত ঘৰত, তথা আৰাম কুটীৰত সজাকে সজাবলৈ আৰু কৰাকে কৰিবলৈ আৰম্ভ কৰিলে। গাওঁৰ বহুতে তাইক চাবলৈ আহে। তাই নাহাঁহিলেও মুখত হাঁহাৰ ভাওঁ কৰে। তাই চুলিকেডালৰ প্ৰশংসা পালে। মুখৰ ঠগ আৰু গাৰ বৰণৰো কথা উঠিল। লগতে ৰোহিণীৰ লগত মোকো বিজাই বহুতে কথা কব ধৰিলে। লগে লগে ৰোহিণী ঘৰুৱা হৈ আহিল। ঝা-জনীৰ লগত মিলহৈ পৰিল। কথাত কথা, কামত কাম হিচাপ কৰি চলিব ধৰিলে।

ইতিমধ্যে ৰোহিণীক যত্ন কৰিবৰ মোৰ সময় নোহোৱা হল। কোৱাকথা আমাৰ শেষ নহল। দুয়োৰো পৰিচয় দিবৰো আমাৰ বাকী থাকিল। ভাব আৰু ভাষা প্ৰকাশ কৰিবৰ সুবিধা বিচৰাতেই মই মোৰ মৰম লগা ৰোহিণীক এৰিব লগা হল। বিয়াৰ তিনিদিন পাচতেই মই নতুন ৰোহিণীক অসমত অকলে এৰি লক্ষ্ণৌলৈ যাত্ৰা কৰিব লগা হল, ৰাজ-কাৰ্য্যৰ দায়িত্ব আৰু চাকৰী জীৱনৰ বন্ধনত পৰি। নতুন বিবাহিত জীৱনত ইয়াতকৈ ডাঙৰ কষ্ট আৰু কি হব পাৰে?

এই সময়ত ৰোহিণীক এৰিয়াৰৰ মনত কষ্ট হল যদিও, তাই মোৰ জীৱনত সংৰক্ষিত (Reserved) হৈ থাকিল, মাকৰ ঘৰত; আগৰ ভণী দুজনীৰে সঙ্গৰ মাজত।

ৰোহিণী এতিয়া মাকৰ ঘৰত "মিচ্" নহয়, "মিচেচ্"। তাই এতিয়া ৰোহিণী তালুকদাৰ নহয়, ৰোহিণী মেধি। তাই এতিয়া মাকৰ ঘৰত ঘৰুৱা নহয়, পৰুৱা। আজিকালি ৰোহিণীয়ে অবিবাহিত ভণী দুজনীৰ লগত অনাহকতে হাঁহিবলৈ ইচ্ছা নকৰে। নবাগত এজনৰ দৰ্শনত লুকাই লুকাই চাবলৈও চেষ্টা নকৰে। বাহিৰৰ ৰং-ধেমালি উৎসৱ আদিতো তাই আজিকালি যোগদিবলৈ কমেই সুবিধা বিচাৰে। ৰোহিণীয়ে আজিকালি বেচি কথা নকয়, কিন্তু বেচি কথা ভাবে। অকলে নিজৰ কক্ষত বেছিভাগ সময় কটাবলৈ চেষ্টা কৰে। দুখন এখন কিতাপ আৰু প্ৰায় চিলাই কামতে ব্যস্ত থাকে। চুলিটাৰীও ঠিক সময়ত বান্ধিবলৈ ইচ্ছা নকৰে; আৰু আগৰ নিচিনা ধুনীয়া পোচাক-পাটী পিন্ধি থাকিবলৈও বিশেষ আৱশ্যক বোধ নকৰে। দাম্পত্য প্ৰেমৰ কথা বোধহয় অনুভৱ কৰে, কিন্তু আপোন প্ৰিয় জনক ওচৰত বিচাৰি নেপায়। অসমৰ পৰা লক্ষ্ণৌ চহৰ কিমান দূৰত মনতে ভাবে। ভূগোলত চাই লয় লক্ষ্ণৌচহৰ খন কিহৰ কাৰণে বিখ্যাত, আৰু মেঁপতো বিচাৰে লক্ষ্ণৌচহৰ খনৰ স্থিতি আৰু বিন্দুটো। মনে মনে লক্ষ্ণৌচহৰ খন তাইৰ ভাল লাগে, যদিও চহৰখন তাই সপোনতো দেখা নাই। ডাক পিয়নক সোধে লক্ষ্ণৌৰ পৰা অসমলৈ চিঠি আহিবলৈ কিমান দিন লাগে।

### লক্ষ্ণৌৰ সপোন

লক্ষ্ণৌত গৈ মোৰো ৰোহিণীলৈ মনত পৰিব ধৰিলে। কাৰণ বিয়াৰ পাচতে ৰোহিণীক মোৰ লগৰী হিচাপে পাইছিলোঁ। তাইৰ লগত কথা কবলৈ মোৰ ভাল লাগিছিল। তাইৰ কাপোৰ-



কানি, বিলাকো মোৰ ভাল লাগিছিল। ৰোহিণী নতুনকৈ আহিও মোৰ ওচৰত বহিবলৈ সঙ্কোচ কৰা নাছিল। বিয়াৰ পাচত যি তিনিদিন ৰোহিণীক লগ পাইছিলো মোৰ আপোন অনুভৱ হৈছিল। সেয়ে লক্ষ্ণৌত গৈ ৰোহিণীৰ কাৰণে চিঠি লিখিবলৈও সময় উলিয়াব লগাত পৰিল।

ইতিমধ্যে পৰীক্ষাৰ দুসপ্তাহ আগতে 'স্ক্ৰিনীং টেষ্টৰ (Screening test)' কাৰণে সাজু হব লগাত পৰিল। সেয়ে এৰিয়োৰা ৰোহিণীক চিঠি লিখিম বুলি ভাবিও সময়ৰ নাটনি হৈ পৰিল। চিঠি লিখিলে নতুন জনীলৈ অলপ নতুন ভাবত, নতুন শব্দৰ যোজনাদি দি বহলাই নতুন ঢঙৰে নতুন চিঠি লিখিবৰ মন যদিও, ইয়াৰ কাৰণে সময় আৰু সুবিধা দুয়োটাই লাগে। লগতে নতুন কাগজ আৰু নতুন কলমৰো দৰ্কাৰ। নহলে মোৰ নতুন প্ৰিয়াক সম্বোধন কৰিম কেনেকৈ? য'ত নতুনত্ব প্ৰকাশ পাব লাগিব, - নতুন হাতৰ লিখনী নতুন চহৰৰ পৰা, নতুন ৰোহিণী জনীলৈ। যি চিঠিয়ে হয়তো ৰোহিণীৰ নতুন মনত নতুন প্ৰেৰণা জগাব লাগিব। লগতে সম্বন্ধীয় নতুন পৰিয়ালটোৰ মাজত চিঠিৰ ভাব আৰু ভাষাই মোৰ নতুনত্বৰ পৰিচয় বজায় ৰাখিব লাগিব। নহলে চিঠিৰ পৰাই মানুহক বুজিপোৱাত বেচি সময় নেলাগে। যি দ'ৰাই লক্ষ্ণৌৰ পৰা নতুন অলঙ্কাৰ পাতি আনি নতুন ঢঙৰে ৰোহিণীক নতুনকৈ বিয়া কৰাই গল, সেই দ'ৰাৰ চিঠিত নতুনত্বই থাকিব লাগিব। সকলোৰে ইচ্ছা নকৰিলেও লগৰ অবিবাহিত ভনী দুজনীয়ে ৰোহিণীলৈ অহা নতুন জনৰ লক্ষ্ণৌৰ নতুন চিঠি নিশ্চয় চাব। য'ত নতুন কথা বিচাৰিব, নতুন ভাব বুজিব আৰু নতুন বুলি অনুভৱ কৰিব লাগিব। ৰোহিণীক পিন্ধোৱা অলঙ্কাৰ-পাতিও মোৰ নতুন ধৰণৰে আছিল। সেয়ে নতুন গহনাৰ কথা উল্লেখ কৰা হ'ল। লক্ষ্ণৌ আদিত তৈয়াৰী অলঙ্কাৰাদি বেচি ভাগেই

'গিনীগোল্ডৰ' অতি উজ্জ্বল আৰু চিকন্ কাম কৰা। Shining polishing, তথা আমাৰ দেশৰ ব্যৱহাৰিক সোণৰ পৰা কিছু পাৰ্থক্য। যাক দেখোতেই ৰোহিনীৰ ভনী কেইজনীয়ে 'ৰোলগল্ড' বুলি সন্দেহ কৰিবলৈ বাধ্য হৈছিল। যি ঘটনা আমাৰ সমাজত কোনো কোনো বিবাহত হৈ থাকে। সেয়ে নতুন ঢংঙেৰে কৰা বিয়া,— ৰোহিনীক দিবলৈ আনা শাল-কাপোৰ (Shawl) খনো কাশ্মীৰী শাল, ভুলতে বিয়াৰ দিনা নিদি বিয়াৰ পিচৰ দিনাহে তাইক দিয়া হল, কাশ্মীৰী শাল নতুন কইনা দেহত শোভাবৰ্দ্ধন কৰিবলৈ।

এই সকলো নতুন সমাবেশৰ মাজেদি নতুন ৰোহিণীৰ মুখৰ ছবি ভাবি থাকোতে পৰীক্ষাও শেষহৈ গল, বিয়াৰ ডেৰ মাহৰ পাচত। এই পৰীক্ষাত সিমান ভাল কৰিব নোৱাৰিলেও ১৭ জন লগৰ পৰীক্ষাৰ্থীৰ ভিতৰত ৫ম ঠাইত নম্বৰ পালো। ৰোহিণীৰ বিয়াই হয়তো কিছু নম্বৰ কমাই দিলে; কিন্তু জীৱনত প্ৰেৰণা আৰু কিছু বঢ়াই দিলে, ৰোহিণীৰ লাভত। সেয়ে এতিয়া চিঠিলিখা আৰু কবিতা ৰচাই হল প্ৰধান কাম লক্ষ্ণৌ চহৰত; নায়িকা আৰু কেন্দ্ৰীয় ধ্যান হল 'ৰোহিণী'—জীৱনৰ আপোনপ্ৰিয়া। আগৰ আপোন প্ৰিয়া বিলাক আছিল, অবিবাহিত জীৱনৰ আবল-তাবল গাভৰুৰ মুখৰ ছবি। এতিয়াৰ 'আপোন প্ৰিয়া' জীৱন্ত ৰোহিণী। যাৰ স্পৰ্শত সপোন জাগৰিত হয়, যাৰ দৰ্শনত কামদেৱৰ অভ্যুদয় হয়, যাৰ সঙ্গত জীৱনীয় প্ৰেৰণাৰ প্ৰবাহ বয়; আৰু যাৰ অভাৱত বিৰহৰ অনল জ্বলে!

সেই প্ৰিয়াঃ— নাৰী তাই গঢ়া ময়ূৰ আখিনী
পকাবেল যেনহে ওঁঠ খানি,
সৰু-কঁকালটী তলত নাভিটী
দৃষ্টিযেন চক্‌খোৰা হৰিণী;



ধীৰ গামিনী নাৰী তপিনাৰ গঢ়ত
আগেহেলা তনু স্তনৰ ভৰত,
বিধুৰে ই যেন শ্ৰেষ্ঠ কামনা
নাৰীৰ ৰচনা সৃষ্টিৰ মাজত"
(উত্তৰঃ মেঘ)

মোৰ এই মনমোহা ৰোহিণী জনীলৈ লক্ষ্ণৌ চহৰৰ পৰা চিঠি লিখিবলৈ আৰম্ভ কৰিলোঁ, অন্তৰৰ আৱেগ মৰম জনাই প্ৰথম চিঠি :—

লক্ষ্ণৌ
ইং ১ জুলাই ১৯৫৮ চন।

প্ৰিয়া ৰোহিণী,

বিয়াৰ পাচতে তোমাক অসমত এৰি আহি মোৰ ইয়াত মুঠেই ভাল লগা নাই; যদিও লক্ষ্ণৌচহৰত মন বহলাবলৈ ইয়াত কোনো বস্তুৰে অভাৱ নাই। কিন্তু তোমাৰ নিচিনা 'ৰোহিণী' ইয়াত নাই। সেয়ে মন বহলাব কোনে? তুমি মোৰ লগত ইয়ালৈ অহাহলে লক্ষ্ণৌচহৰ খন কিমান ডাঙৰ আৰু ধুনীয়া চাইলব পাৰিলাহেঁতেন। তথাপি কেতিয়াবা তোমাক লক্ষ্ণৌচহৰত ফুৰাবলৈ চেষ্টা কৰিম।

অসমৰ পৰা মধ্যম লাইনৰ ৰেলগাড়ীত লক্ষ্ণৌলৈ আহিবলৈ পূৰা দুদিন লাগে। লক্ষ্ণৌ উত্তৰ প্ৰদেশৰ ৰাজধানী, তথা উত্তৰ ভাৰতৰ মধ্যস্থ আটাইতকৈ এখন ধুনীয়া চহৰ। য'ত পুৰণি মোগল বজাৰ সময়ৰ নবাবী আমোলৰ বহু সৰু ডাঙৰ কীৰ্ত্তি আৰু স্মৃতি এতিয়াও ইয়াত বিৰাজি আছে! ইংৰাজী ১৮৫৭ চনৰ ভাৰতীয় চিপাহী বিদ্ৰোহৰ ভগ্নাৱশেষ তুমি ইয়াত নিজ চকুৰে চাইলব পাৰিলাহেঁতেন। যি ঘটনা তুমি বোধহয় বুৰঞ্জী পাতত পঢ়িছা? সৈনিক ছাউনীটোৰ (Cantonment) বাহিৰে লক্ষ্ণৌচহৰ খনক প্ৰায় চাৰিটা ভাগত

ভগাব পাবি।

প্ৰথম, চাৰবাগ ৰেলৱে ষ্টেচনেই লক্ষ্ণৌচহৰত মূল ষ্টেচন। ষ্টেচনৰ - ডাঙৰ আৰু মধ্যম লাইনৰ দুটা শাখা। য'ত অসমৰ পৰা আহি মধ্যম লাইনত ইয়াতেই নামিব লাগে। প্ৰশস্ত প্লেটফৰ্ম খনেৰে সৈতে চাৰবাগ ৰেলৱে ষ্টেচনটো ভাৰতৰ ভিতৰতে আটাইতকৈ ধুনীয়া বুলি সকলোৱে কয়। যিটো নবাবী ধৰণে সজোৱা ষ্টেচন; আৰু পৰিস্কাৰ পৰিচ্ছন্নতাৰে সজাই ৰখা প্লেটফৰ্মত ফ্ৰন্টিয়াৰ মেইল, তুফান্ মেইলৰ ৰম্‌ৰমনি— গুম্‌গুমনিৰ মাজত দেশ-বিদেশৰ যাত্ৰী প্ৰায় সদায় ভৰি থাকে। ৰোহিনী, তুমি ইয়াত আহিলে সেউজীয়া শাৰী খনেৰে সৈতে চাৰবাগ ষ্টেচনত তোমাৰ এটা ফটো তুলি লব পাৰিলোঁহেঁতেন।

দ্বিতীয়তে, আমিনাবাদ। আমিনুদ্দৌল্লাপাৰ্ক খনেৰে সৈতে ই লক্ষ্ণৌচহৰৰ এটা ডাঙৰ কেন্দ্ৰস্থল, আৰু বৰ ব্যস্ত কৰ্ম্মমুখৰ ঠাই। সঁচাকৈয়ে ৰোহিণী, লক্ষ্ণৌচহৰৰ আমিনাবাদ খন সাংসাৰিক মায়াজালৰ এখন চখিন্ বজাৰ; য'ত মানুহৰ ভীৰত মানুহ হেৰায়। তোমাৰ নিচিনা গাভৰু ইয়াত হেৰাবৰ ভয়; ইমানেই মানুহৰ ভীৰ সন্ধ্যা সময়ত। ইয়াত কোনো বস্তু নেপাবৰ নাই; সকলো বস্তুই সকলোৰে কাৰণে মজুত আছে। ৰোহিণী তুমি পিন্ধিথকা সোণৰ শাখাযোৰ, গলৰ মালাডালি আৰু কাণৰ বিং দুটাও এই আমিনা বজাৰৰে তৈয়াৰী। সেয়ে আমিনা বজাৰৰ লগত তোমাৰ কিছু সম্পৰ্ক,—য'ত ৰোহিণীৰ মোহনীয় ৰূপ সজাবলৈ লক্ষ্ণৌৰ আমিনাবাদৰ সোণৰ আৱশ্যকতা মই বৰকৈ অনুভৱ কৰিছিলো, তোমাৰ গাৰ বৰণৰ লগত তুলনা কৰি। তুমি পিন্ধা বিয়াৰ শাৰী খনো বোধহয় আমিনা বাদৰে। সেয়ে আমিনা বজাৰৰ মূল্য তোমাৰ গাভৰু শৰীৰৰ সৌন্দৰ্য্য আধৰণৰ প্ৰথম সাক্ষ্য।

তৃতীয়তে হজৰৎগঞ্জ; লক্ষ্ণৌচহৰৰ এটা ডাঙৰ আৰু আটাইতকৈ ধুনীয়া Fency অংশ। য'ত সন্ধ্যা সময়ত হজৰৎগঞ্জৰ প্ৰশস্ত ৰাজপথত তোমাক লগতলৈ ফুৰিবৰ মন যায়। ইয়াৰ 'কফিহাউচ' আৰু ৰেষ্টুৰেণ্টত বহিবলৈও তোমাৰ অবিহনে ভাল নেলাগে ৰোহিনী! 'কপিটল' আৰু 'মে'ফেয়াৰ' থিয়েটাৰত সোমালেও তোমাৰ অভাৱ মোৰ বৰকৈ অনুভৱ হয়। য'ত প্ৰখ্যাত নৰ্ত্তকী বিলাকৰ নাচ আৰু গানে সময়ে সময়ে নাৰীৰ কোমলতা আৰু মধুৰতা প্ৰকাশ কৰি থাকে! মৃণালিনী সোৰাবাই, ৰুক্মিনীদেবী অৰুন্ধতী, সুবালক্ষ্মী আদি নামকৰা নায়িকা আৰু গায়িকাসকল এই হজৰৎগঞ্জৰ থিয়েটাৰতে কেতিয়াবা কেতিয়াবা শুভ-দৰ্শন দিয়েহি। এই হজৰৎগঞ্জৰ ওচৰতে বিখ্যাত ভাটখান্দে মিউজীক কলেজ; য'ত অসমৰ পৰাও বহু সঙ্গীত শিক্ষাৰ্থী ইয়াত শিকিবলৈ আহে। সেয়ে সৰু এটা 'অসম মেচও' ইয়াত আছে। আচলতে লক্ষ্ণৌ চহৰ খন উত্তৰ ভাৰতৰ গান বাজনা আৰু শাস্ত্ৰীয় সংগীত চৰ্চ্চাৰ ঠাই, তথা কেন্দ্ৰস্থল বুলিব পাৰি।

হজৰৎগঞ্জৰ ওচৰতে লক্ষ্ণৌৰ কাউন্সিল হাউচটো দেখিবলৈ বৰ ধুনীয়া, ৰাজবাটৰ কাষত। ই চহৰৰ ভিতৰতে আটাইতকৈ ওখ ঘৰ, আৰু ইয়াৰ ওচৰতে ৰাজভৱন। লগতে জেনেৰেল পোষ্টাফিচটোও অন্যান্য দেশৰ পোষ্টাফিচতকৈ চকুত লগা। হজৰৎগঞ্জৰ অন্যফালে ওচৰতে নতুনকৈ সজোৱা লক্ষ্ণৌৰ ষ্টেডিয়াম, গোমতি নদীৰ পাৰত। এই ষ্টেডিয়ামটো বোধহয় ভাৰতৰ ভিতৰতে এটা ডাঙৰ ষ্টেডিয়াম বৰ্ত্তমানে। লক্ষ্ণৌৰ মিউজিয়ামটোও হজৰৎ গঞ্জৰ উত্তৰে অলপ দূৰতে, বহু পুৰণা বস্তু বাহানিৰ সংগ্ৰহেৰে ভৰা। হজৰৎগঞ্জৰ ডাঙৰ হোটেল 'কাপৰ' (Capoor) আৰু ডাঙৰ বজাৰ 'হলৱাসিয়া' (Halwasiya) সোঁমাজতে ইউ-পি হেণ্ডিক্ৰেফ্‌টৰ (Handicraft) হেড্‌কোৱাৰ্টাৰ ঘৰ। য'ত নানা ধৰণৰ নমুনাৰ বস্তু-বাহানিৰ প্ৰদৰ্শনী নিশ্চয় চাৱলগীয়া ৰোহিণী।

হজৰৎগঞ্জৰ দক্ষিণ ফালে অলপ ওচৰতে লক্ষ্ণৌৰ চিৰিয়াখানা, বহু জন্তু-জোনোৱাৰ বুকুতলৈ শ শ দৰ্শকৰ মনোতৃপ্তিৰ কাৰণে বহুঠাই আগুৰি আছে। ৰোহিণী তুমি জেব্ৰা, জিৰাফ, উটচৰাই আৰু কেঙেৰু দেখিছা ? ইয়াত আহিলে তুমি এই সকলোবিলাককে দেখিব পালাহেঁতেন। চিৰিয়াখানাৰ মাজত সৰু এটি 'একোৰিয়াম' (Aquorium), য'ত বহু ডাঙৰ আৰু বহুধৰণৰ মাছ আদি সংৰক্ষিত হৈ আছে। ডাঙৰ ডাঙৰ বাঘ আৰু ডাঙৰ ডাঙৰ সাপ দেখিলে তুমি ভয় নকৰিবানে ? তোমাৰ নিচিনা বহু গাভৰুই ইয়াত বাঘ, সিংহ আদি চাই মনোতৃপ্তি লাভ কৰে। কিন্তু যেতিয়াই সিংহৰ গাজনি আৰু বাঘৰ গেঙৰনি শুনিব পায়, ওচৰত থকা জনক সাবতি ধৰিবলৈ বাধ্য

চিৰিয়াখানাৰ ওচৰতে অন্যফালে বিখ্যাত 'লা'মাৰ্টিনাৰ' কলেজ গ্ৰাউণ্ড; য'ত পিক্‌নিক খাবলৈ আৰু তোমাৰ নিচিনা প্ৰিয়াক লগতলৈ ফুৰিবলৈ উপযুক্ত মনোমোহা ঠাই, প্ৰায় মাইলখানেক জুৰি আছে। ইয়াতেই লক্ষ্ণৌৰ গুলফ্‌ক্লাব (Golfclub)। পুৰণা লা'মাৰ্টিনাৰ কলেজৰ সন্মুখত এটি ডাঙৰ পুখুৰী, য'ত শিক্ষাৰ্থী সকলৰ সাতুৰ আদিৰ অভ্যাস হৈ থাকে।

ৰোহিণী, লক্ষ্ণৌৰ চতুৰ্থ অংশ চোকবাজাৰ বুলিব পাৰি। য'ত কিংজৰ্জ মেডিকেল কলেজ আৰু গান্ধী হস্পিতালৰ স্থিতি। লগতে অলপ ওচৰত মুছলমান বাদছাহৰ কীৰ্ত্তি আৰু স্মৃতি ৰক্ষাকৰি আছে, 'বৰা-ইমাম্‌বৰা' আৰু কিছুদূৰত 'চ'টা-ইমামবৰা'। এই অঞ্চলত সৰু ডাঙৰ আৰু বহু নবাবী স্মৃতি বিৰাজী আছে। লক্ষ্ণৌচহৰ খন এসময়ত পৰমপৰা বহু নবাবৰ ৰাজধানী আছিল। সেয়ে লক্ষ্ণৌচহৰ খনক 'নবাবী-চহৰ' বুলিবও পাৰি। এই 'বৰা-ইমামবৰা' মুছলমানৰ এটা ডাঙৰ মচ্‌জিদ্‌। কেবাশ বছৰৰ আগতে এজন মুছলমান নবাবে দুৰ্ভিক্ষ পীড়িত হাজাৰ হাজাৰ প্ৰজাক দৈনিক মজুৰী সাহাৰ্য্য দি এটা প্ৰবল দুৰ্ভিক্ষৰ



সময়ত এই 'ইমামবৰা' সজায় বুলি উল্লেখ কৰে। লক্ষ্ণৌচহৰৰ চোকবজাৰত সোণ-ৰূপৰ গুণাকৰা কামো বহু প্ৰচলিত।

ইয়াৰ উপৰিও লক্ষ্ণৌচহৰৰ গোমতী নদীৰ অন্যপাৰে ইউনিভাৰ চিটিৰ অঞ্চল। লগতে নামকৰা 'আই-টি' (IsaBella Tholurm) কলেজ, ছোৱালী বিলাকৰ এটি উচ্চ ধৰণৰ বাসোপযোগী (Residential) ইন্‌ষ্টিটচন্‌।

প্ৰিয়া ৰোহিনী, লক্ষ্ণৌচহৰ খনৰ ছবি আকি তোমাক প্ৰায় দেখালোঁ। ইয়াৰ ভিতৰত মই ক'ত থাকো বোধহয় ~~বোধহয়~~ তুমি এতিয়াও বিচাৰি পোৱা নাই। লক্ষ্ণৌৰ এটা ডাঙৰ অংশ সৈনিক ছাউনীটো (Cantonment): প্ৰায় চাৰি-পাঁচ বৰ্গমাইল জুৰি চহৰৰ দক্ষিনফালে ছাউনীটো আছে। কিছুদিন আগলৈ সৈনিক পূৰ্ব্বীকমাণ্ডৰ হেডকোৱাৰ্টাৰ ইয়াতেই আছিল। আজিকালি চেণ্ট্ৰেল কমাণ্ডৰ হেডকোৱাৰ্টাৰ হৈছে। লগতে 'আৰ্মি মেডিকল কৰ্পৰো' (AMC) চেণ্টাৰ আৰু ৰেকৰ্ড অফিচ এই লক্ষ্ণৌতে; য'ত আমাৰ চাকৰি জীৱনৰ শিক্ষাআদি হৈ থাকে। দিলকুচা (DILKUSHA) গাৰ্ডেন কেণ্টনমেণ্টৰ ভিতৰত এটা ডাঙৰ অংশ। লক্ষ্ণৌ মিলিটাৰী হস্পিতালটোত প্ৰায় ছয়শ মান ৰোগী থকাৰ সুবিধা আছে; আৰু এইটোৱেই সৈনিক বিভাগৰ পূৰ্ব্বভাৰতৰ বৰ্ত্তমান ডাঙৰ হস্পিতাল। য'ত সকলো চিকিৎসাৰে বিভাগ আছে। ৰোহিণী, এই হস্পিতালতে মোৰ কৰ্ম্ম, আৰু থাকো এটি দুমহলীয়া দালানৰ ওপৰত, মোৰ অন্য সহকৰ্ম্মী সকলৰ লগত। প্ৰিয়া, হস্পিতালৰ কাম কৰি মোৰ বৰ ভাল লাগে। য'ত সদায় নতুন নতুন ৰোগী আৰু নতুন নতুন ৰোগৰ পৰিচয় পোৱা যায়। লগতে নতুন নতুন চিকিৎসকৰ পৰা নতুন নতুন কথা শিকিব পাৰি; আৰু নতুন নতুন শিক্ষাৰ্থী গাভৰু নাৰ্চৰ নতুন নতুন দল আহি ~~আহি~~ আমাৰ কৰ্ম্মত সহায় হয়হি! যি কথা মোৰ এই চিঠিত হয়তো তোমাৰ

ভাল নেলাগিবও পাৰে।

প্ৰিয়া ৰোহিণী! এই নতুন চিঠিখন বোধহয় তোমালৈ কিছু দীঘলীয়াই হল? যিহেতু সেইখন মোৰ জীৱনতে নতুন সেয়ে মোৰ আৰু কিছু লিখিবলৈ মন গৈছিল; কিন্তু তোমাৰ আমনি লাগিব বুলি আজিলৈ ইয়াতেই সামৰিলোঁ। তোমাৰ হাতেলিখা চিঠিও মই এই লক্ষ্মৌচহৰত পাবলৈ আশাকৰি থাকিলোঁ। তোমাৰ শাৰীৰিক, তথা মানসিক অৱস্থা জনাই লিখিবা। লগতে তোমাৰ সৰু ভণী জনীৰ খবৰো লিখিবলৈ নুভুলিবা। সুদূৰৰ এই লক্ষ্মৌচহৰৰ পৰা তুমি চিঠিৰে মোৰ আন্তৰিকতা আৰু মৰম জানিবা। ইতি—

তোমাৰ—
আপোন প্ৰিয়
লক্ষ্মৌ

—×—



## ভাবাক্ৰান্ত
## ( INFESTATION )

এইদৰে মোৰ ৰোহিণীজনীৰ লগত লক্ষ্মৌ আৰু অসমৰ পৰা দুই চাৰিখন চিঠিৰ আদান প্ৰদান হব ধৰিলে, ভাৰতীয় ডাকবিভাগৰ জৰিয়তে। ধন্য ডাক বিভাগক; যিয়ে আমাৰ অন্তৰৰ কথা, মনৰ ভাৱ আৰু চিঠিৰ খামক বৈ নিয়াত সহায় কৰিছে। কৃতজ্ঞ ডাক বিভাগৰ প্ৰতি; যিয়ে মোৰ সুদূৰৰ নতুন ৰোহিণীজনীৰ খবৰ দিয়া আৰু খবৰ নিয়াত অযাচিতে সাহায্য কৰিছে, আমাৰ নতুন বিবাহিতা জীৱনৰ প্ৰথম পৃথকতাৰ নাটকীয় আৰম্ভনিতে। অসমৰ পৰা ৰোহিণীৰ হাতে লিখা চিঠি পালে মোৰ বৰ ভাল লগা হল। এখন চিঠিকে দুবাৰ, তিনিবাৰ, চাৰিবাৰকৈ পঢ়িবলৈ মন যোৱা হল। চিঠি পালেই অকলে অকলে বিচনাৰ ওপৰত, নিৰ্জন পথাৰত, জনশূণ্য গছৰ তলত নাইবা বাগিচাৰ কোনো এটি কোণত বহি পঢ়িবলৈ অভ্যাস কৰিব ধৰিলোঁ। চিঠি পঢ়াৰ লগে লগে ৰোহিণীৰ মনৰ ভাব, হাতৰ আখৰ আৰু মুখৰ ছবি যেন মোৰ দৰ্শন পটত ভাহিব ধৰে। হাতৰ আখৰ কেইটা ঠেবেং-বেবেং হলেও মোৰ বৰ ভাল লগা হল। মনৰ ভাৱ বহলাই নেপালেও, যি লিখে তাতে সকলো বুজি পোৱা হলো। চিঠিখনতে ৰোহিণীৰ মুখৰ ছবি, গাৰ বৰণ আৰু শৰীৰৰ সুগন্ধ অনুভৱ কৰিব ধৰিলো। ৰোহিণীজনীয়ে চিঠি বৰ বহলাই নিলিখে। সংক্ষিপ্ত সৰল ভাষাত মোৰ চিঠিৰ উত্তৰ আদি দিয়ে, আৰু মাজে মাজে নিজৰো বিবাহিত গাভৰু জীৱনৰ অভাৱ অভিযোগ আদি জনাবলৈ নাপাহৰে। তথাপি মই তাইৰ এই সংক্ষিপ্ত চিঠিতেই বুজি পাব ধৰিলো যে, বিয়াৰ পাচত তাইৰ মাকৰ ঘৰ ভাল লাগি থকা নাই। গাভৰু ভনী দুজনীৰ সঙ্গ বৰ পুৰণা হৈ গৈছে। ভাত খাবৰ সময়ত মোৰ মনত পৰে, সেয়ে বেছি খাব নোৱাৰে। বিয়াৰ

পাচত মই তাইক এৰি অহা বৰ বেছি দিন হোৱা নাই যদিও ৰোহিণীয়ে ইয়াক বহু দিন হৈ যোৱা বুলি অনুভৱ কৰে। ৰাতি বিচনাত অকলশৰীয়া লাগে, সেয়ে ভাল টোপনি নহয়। সপোন দেখাৰ ভয় কৰে, আৰু সপোনত কেতিয়াবা কেতিয়াবা মাজনিশা টোপনি ভাঙে। মোৰ চিঠি কেতিয়া পায় তাকে ভাবি থাকে। পানী আদি খাব খুজিলেও মই তাইৰ ওচৰত পানী খোজা মনত পৰে। বাহিৰত কোনো চাইকেলৰ ঘন্টি আদি শুনিলেই ডাক পিয়ন অহা বুলি চমকি উঠে। বেছি সময় অকলশৰে থাকিবলৈ ভাল পায়। নিৰ্মল জোনাক ৰাতি ৰাধা-কৃষ্ণৰ ৰাস-লীলাৰ ছবি দেখা অনুভৱ কৰে। বেঁকী নদীৰ চেঁচা বতাহৰ বাঁ গাত লাগিলেও শৰীৰ-মন গৰম হৈ উঠা অনুভৱ কৰে। বাহিৰত বং-তামোচাতো ভাল নেলাগেই, ঘৰত থাকিলেও কিবা ভাবি কিবা কৰে। মাকে সতৰ্ক কৰি নিদিলেও ভণী বিলাকে উনুকিয়াই দিবলৈ নুভুলে।

অসমৰ পৰা ৰোহিণীৰ সৰু-সুৰা চিঠিবিলাক পাই লক্ষ্ণৌত মোৰো শান্তি ভঙ্গ হব ধৰিলে। ইমান সোনকালে মই ৰোহিণী জনীৰ প্ৰতি আকৰ্ষণ অনুভৱ কৰিবলৈ বোধকৰা নাছিলোঁ। ৰোহিণীক মাত্ৰ ভাল পাইছিলো, তাই গাভৰু এজনী বুলি। তাইক ভাল লাগিছিল, মোৰ এজনী নতুন সঙ্গিনী বুলি। তাইক ভাল লাগিছিল তাই মোক নিজে বাচি লোৱা বুলি। তাইক ভাল পাইছিলো, তাইৰ শাৰীৰিক সৌন্দৰ্য্য চকুত লগা বুলি। তাইক আৰু ভাল লাগিছিল মই লক্ষ্ণৌ চহৰৰ পৰা আহি ৰোহিণীৰ বিয়াত যোগদান কৰিবলৈ সুযোগ পোৱাৰ কাৰণে। কিন্তু এতিয়া লাহে লাহে ৰোহিণীৰ ভাল পোৱা খিনি মনোৰাজ্যত বিয়পি পৰি আপোন জীৱনত তাইৰ অভাৱ অনুভৱ হব ধৰিলে। ৰোহিণীৰ শাৰীৰিক কষ্টত মই দুখ অনুভৱ কৰিব ধৰিলো। তাইৰ মানসিক কষ্টতো মোৰ মনে কষ্ট পোৱা হল। মোৰ অনুমান হব ধৰিলে,—ৰোহিণীয়ে যেন নেখাই নবই শুকাই গৈছে। তাইৰ সৰু কঁকালটি যেন



আৰু সৰু হৈ গৈছে। গাভৰু গালৰ হনু বিলাক ওলাই যেন চকু দুটিক ডাঙৰ কৰি পেলাইছে। তাইৰ ক'লা মৰম লগা চুলি টাৰীয়ে তেল নেপাই বোধহয় গ'ফা বান্ধিৰ ধৰিছে। হাতৰ কোমল গাঁঠি দুটি যেন আৰু লেওৰ সেও পৰিছে। কঁকালত মেখেলা খনিয়ে আটি ধৰিবলৈ অক্ষম হৈ যেন বাৰ বাৰ খহি পৰিবলৈ বাধ্য হৈ পৰিছে। সদায় মনমাৰি থকাৰ কাৰণে ৰোহিণীৰ কান্ধৰ ৰিহা খনিও বোধহয় অজ্ঞাতে খহি পৰি আধা বুকুত ওলমি থাকিবলৈ সুবিধা পাইছে। মোৰ ৰোহিণী ঘৰত থাকিও ঘৰৰ অভাৱ বৰকৈ অনুভৱ কৰিছে। তাই ভাত খাইও পেট ভৰাব নোৱাৰা হৈছে। বিচনাত শুইও টোপনি পূৰা কৰিব অক্ষম হৈ পৰিছে। চেঁচা বতাহত গা-মন গৰম অনুভৱ কৰা ইও এটা গাভৰু জীৱনৰ অন্য লক্ষণ।

লক্ষ্ণৌত থাকি ৰোহিণীৰ মুখৰ ছবি মোৰ ঘনাই ঘনাই মনত পৰিব ধৰিলে। তাইৰ মনমোহা হাঁহিটি মোৰ মনত-কাণত বাজি থকা যেন অনুভৱ কৰিব ধৰিলো। তাইৰ হাতৰ কোমল স্পৰ্শ মোৰ মনত অনুভৱ হব ধৰিলে। মাজে মাজে তাইৰ সপোন দেখিব ধৰিলো। তাইলৈ আৰু চিঠি লিখিব ধৰিলো। এখন, দুখন কেবাখনো তুফান মেইলত, এক্সপ্ৰেছত, তাঁৰত পঠাব ধৰিলো। তথাপিও সোনকালে গৈ চিঠিয়ে ৰোহিণীক লগ ধৰিব পাৰা বুলি মনে নপতিয়ায়। ভাৰতীয় ডাক তাঁৰ বিভাগৰ ঢিলামি দেখি মনতে বিৰক্তি হয়। যিখন চিঠি লক্ষ্ণৌৰ পৰা ৰোহিণীয়ে অসমত দুদিনত পাব লাগে, সিখন চিঠি একেদিনে নেপায় কিয়? যিখন চিঠি একেদিনে পাব লাগে, সিখন ঘন্টা চেৰেকৰ ভিতৰতে ৰোহিণীৰ হাতত নপৰে কিয়? ৰেলগাড়ী আৰু উৰা জাহাজৰ গতি বেগাই দিব পাৰা ইঞ্জিনীয়াৰ আমাৰ দেশত নাই নেকি? তাঁৰ বিভাগে মোৰ চিঠিৰ খবৰ অসমৰ ৰোহিণীক সোনকালে দিব নোৱাৰিলে, দিনা তাঁৰত মোৰ চিঠিৰ খবৰ নপঠায় কিয়? চাগে, ৰোহিণীয়ে

মোৰ চিঠিক কিমান অপেক্ষা কৰি আছে ! দিনে-ৰাতি তাই লক্ষ্ণৌৰ ফালে চাই থাকিব লগাত পৰিছে। মোৰ চিঠি নেপালে তাইৰ ভোক নুগুছে। পশ্চিমৰ পৰা বতাহ এছাটি মাৰিলেই তাই লক্ষ্ণৌৰ খবৰ বৈ অনা অনুভৱ কৰে। ৰেলগাড়ীৰ শব্দ শুনিলেই তাই ডাক ঘৰলৈ মানুহ পঠাবহৈ ইচ্ছা কৰে। পশ্চিম ফালৰ পৰা অহা উৰা জাহাজ দেখিলেই তাই মনতে বিশ্বাস স্থাপনা কৰে, তাত নিশ্চয় প্ৰিয়ৰ চিঠি আছে। টেলিগ্ৰাফৰ তাঁৰৰ জন্‌জননি শব্দ কাণত পৰিলে ৰোহিণীয়ে মনতে ভাবে নিশ্চয় লক্ষ্ণৌৰ তাঁৰ। হায় ! কি মধুৰ অপেক্ষিতা নাৰী হৃদয়। জীৱনত পাব লগা, আহিব লগাৰ প্ৰতি অপেক্ষা কৰি বাট চাই থাকিবলৈ গাভৰু জীৱনে কিযে সুখৰ সপোন ৰচে। পোৰাতকৈ অপেক্ষা কৰা যেন জীৱনত আৰু অসহনীয় মধুৰ অনুভৱ হয়। সেয়ে নৱ-বিবাহিতা ৰোহিণীয়ে নতুন স্বামীৰ বন্ধুত্বৰ পৰশ পাবৰ আশাত সুদূৰ বিদেশত থকা স্বামীৰ-হাতৰ চিঠিৰ কাৰণে গাভৰু মনটিয়ে সদায় উগুল্-থুগুল কৰি থাকিব লগাত পৰিছে !

আহা ! একৈশ বছৰীয়া গাভৰুটিয়ে জীৱনত এজনৰ অভাৱৰ কাৰণে কিমান কষ্টই মনত সহিব লগাত পৰিছে। পাৰ হৈ অহা একৈশটি বছৰ গাভৰুৱে স্বাভাৱিক (legal) জীৱনীয় অভাৱৰ কোনো অনুভৱ কৰিবলৈ শিকা নাছিল যদিও, বিয়াৰ পাচতেই তাই লাভ কৰা সঙ্গীৰ অভাৱ অনুভৱ কৰিবলৈ নিশ্চয় শিকিলে। যি সঙ্গী ডেকা আজি তাইৰ প্ৰবাসত। সেয়ে তাইৰ বিবাহিত জীৱনত আজি পাইও নোপোৰা। ইয়াকেই বোধহয় বোলে,— ' বিৰহ ' ? যদিও ৰোহিণী গাভৰুটিয়ে জীৱনত ইমান দিনে কোনো বিৰহৰ জ্বালা সহিবৰ অভিজ্ঞতা লাভকৰা নাছিল ; বিয়াৰ পাচতেই তাই একৈশ বছৰ যৌৱনত স্বামী-বিৰহৰ কষ্ট সহিব লগাত পৰিল, বিধাতাৰ বিধিৰ লিখনত। গাভৰু জীৱনত এনে বিৰহৰ পাল্লাত পৰা বুলি জনা হলে, হয়তো তাই চিৰ জীৱনেই কুমাৰী হৈ থকাৰ ইচ্ছা



কৰিলেহেঁতেন। তাইৰ বিয়াৰ লগ্নটো অশুভ নাছিল বুলি তাইৰ দৃঢ় বিশ্বাস. কিন্তু কিয় তাইৰ এই ভৰ যৌৱনত বিয়াৰ পাচতেই অতি সোনকালে স্বামী বিৰহৰ যাতনা জীৱনত অভিশাপ যেন হৈ পৰিল ? কি দোষ কৰিছিলে তাই অবিবাহিত জীৱনত ? কি ভুলেই বা কৰিছিলে তাই কুমাৰী জীৱনত ? ঘৰত মাক আৰু ডাঙৰ বাইদেউ হৈমৱতীয়ে সদায় গৃহদেৱতা শিৱৰ পূজা আৰু মাজে মাজে সূৰ্য্য পূজাও কৰে। বিবাহৰ আগতে কুমাৰী জীৱনত শ্ৰীমতী ৰোহিণীও ঘৰত মাকৰ অবিহনে কেতিয়াবা কেতিয়াবা গৃহ-মন্দিৰত শিৱলিঙ্গৰ পূজা আৰু সূৰ্য্যদেৱৰ পূজাৰ আচৰ নিজহাতে সম্পন্ন কৰিব লগাত পৰিছিল ; নিজৰ কুমাৰী জীৱনৰ মনোকামনা পুৰণৰ অৰ্থে নহলেও, ভাৱী নাৰী জীৱনৰ কোনো অজ্ঞাত কামনাৰ পৰিপূৰণ আশা কৰি। কিন্তু হায় ! বিবাহিত প্ৰথম জীৱনতেই তাইক নতুন স্বামী বিৰহৰ অভিশাপ কোনে কৰিলে ? প্ৰজাপতী ? মহাদেৱ নে সূৰ্য্যদেৱ ? অবলা নাৰী, ৰোহিণীয়ে কি বুজিব ! মাত্ৰ তাই বুজিছে, স্বামী বিদেশত। স্বামীৰ হাতৰ চিঠিয়ে তাইৰ মন শীতলাব পাৰে। প্ৰবাসী নতুন স্বামীৰ খবৰে তাইৰ মন পাতলাব পাৰে ! বিৰহত শেতা পৰা ৰোহিণীক স্বামীৰ সঙ্গই উজ্বলাব পাৰে।

বিবাহৰ পাচতে হয়তো তাই মহাদেৱ-সূৰ্য্যদেৱক পাহৰিলে, গাভৰু জীৱনৰ মহানন্দ শুভবিবাহৰ মহোৎসৱত মতলীয়া হৈ। সেয়ে শহুৰালয়ত আহি তাইৰ দৈনন্দিন শিৱ-পূজাৰ ধ্যান ভঙ্গ হল। এই কুক্ষণত মহাদেৱ কুপিত হৈ ৰোহিণীৰ স্বামী 'কামদেৱ-ৰূপক' ভস্ম নকৰিলেও তাইৰ অজ্ঞাতে আঁতৰাই নিলে বিদেশলৈ বিবাহৰ তিনি দিন পাচতে। হয়তো, 'ৰতিৰূপী' ৰোহিণীয়ে এই দেৱ-অভিশাপ গাভৰু হৃদয়ত অনুভৱ কৰিব নোৱাৰি স্বামী বিৰহৰ জ্বালা ভুগীবলৈ বাধ্য হৈ পৰিছে।

হায় ! নাৰী জীৱনত কি বিৰহৰ যন্ত্ৰণা স্বামীৰ অভাৱত ! ভুগী

অহা সেই গন্ধৰ্ব্ব-দুহিতাৰ 'স্বামী বিৰহ' কি তাৰো ৰোহিণী হৈ এই জনমতো সহিব লগাত পৰিছে? গন্ধৰ্ব্ব-ৰাজ কুবেৰৰ প্ৰতিকূল আদেশত যক্ষই প্ৰাণপ্ৰিয়াক এৰিথৈ ৰামগিৰি পৰ্ব্বতত বিৰহী জীৱন কটাব লগাত পৰিছিল, ৰাজ আদেশত নৱদম্পতীৰ নতুন মিলনতেই! ৰোহিণীৰ স্বামীও কি সেই ৰাজ আদেশৰ অভিশপ্তা যক্ষৰ পুনৰ জন্ম (?) আপোনপ্ৰিয়াক অসমত এৰি থৈ ৰামগিৰি পৰ্ব্বতত নহলেও, লক্ষ্ণৌ চহৰত গৈ দাম্পত্য জীৱনৰ নতুন বিৰহ ভুগীৰ লগাত পৰিছে কুবেৰৰ পূৰ্ব্ব অভিশাপৰ ৰাজবন্ধনত পৰি? ৰোহিণীৰ কপালত কি এয়ে লিখা আছিল? নাৰী জীৱনত কি দাম্পত্য বিৰহৰ সমাপ্ত নাই? যুগে যুগে কি এই 'বিৰহ' একে নাৰী, একে ৰোহিণীয়ে সহি আহিব লগাত পৰিছে? হায়, বিৰহিনী নাৰী জীৱন!

## বিৰহিণী

মাকৰ ঘৰত ৰোহিণীৰ স্বামী-বিৰহ দিনক দিনে অস্বাভাৱিক হৈ পৰিছে, নতুন সঙ্গীৰ নতুন অভাৱত। কিমান দিনৰ পাচত যে তাই আকৌ নতুন স্বামীৰ পুনৰ মিলন আশা কৰিব পাৰে, সেইটো কোনে কব? তথাপি মনত সাহ, অন্তৰত আশা, বুকুত ভৰষা,- নাৰী জীৱনত অপেক্ষা! স্বামীৰ শুভাগমনৰ বাট চাই জীৱন কটাব লগাত পৰিছে নতুন নাৰী জীৱনে! সেয়ে ৰোহিণীয়ে আমনি লগা মাকৰ ঘৰত অগা-পিচা গাভৰু ভনী দুজনী, গঙ্গা-ত্ৰিবেণীৰ লগত যেন অনুসূয়া প্ৰিয়ম্বদাৰ নিচিনা সঙ্গ পাই, কেতিয়াবা লিচু গছৰ তলত, কেতিয়াবা আলুৰ বাগানত, কেতিয়াবা কলগছৰ কাষত, আৰু কেতিয়াবা মুকলি গাৰোমল পথাৰত বেঁকীৰ (নদীৰ) পাৰত সহচৰী ভণী দুজনীৰ সৈতে গৈ কেতিয়াবা কেতিয়াবা গা শীতলায়, মন পাতলায় আৰু আশ্ৰম দুহিতা দুষ্মন্তৰ অপেক্ষিতা শকুন্তলাৰ নিচিনা উদাসিনী নাৰী ভাৱত ভাৱিত হৈ পৰে।



স্বামী বিৰহৰ বিৰহিনী ৰোহিণীয়ে মনতে ভাবে, শ্ৰীৰামচন্দ্ৰ যেতিয়া চৈধ্য বছৰৰ বনবাসত ওলায়, ভাগ্যৱতী সীতাও স্বামীৰ সান্নিধ্য লাভৰ কাৰণে স্বইচ্ছাই আপোন বনবাস গ্ৰহণ কৰি গভীৰ বনতো মধুৰ দাম্পত্য নাৰী জীৱন যাপন কৰিছিল। অটব্য অৰণ্যৰ মাজতো লতাসম কোমল তনুযুক্তা ভাগ্যৱতী সীতাই স্বামীৰ লগত নিজৰ নাৰী হৃদয়ৰ পূৰ্ণ কুটীৰ সজাই লৈছিল। স্বামীৰ মধুৰ সঙ্গই যে নাৰী জীৱনৰ 'পূৰ্ণকুটীৰ' ইয়াক স্বামী বিৰহিণী ৰোহিণীয়ে ৰৰকৈ অনুভৱ কৰিব ধৰিলে। মনে মনে কোমল হৃদয়া ৰোহিণীয়ে মনতে প্ৰতিজ্ঞা কৰে- এই বয়সত স্বামী বিৰহৰ জ্বালা সহ্য কৰাতকৈ স্বামীৰ লগত চৈধ্য বছৰৰ ঠাইত আঠাইশ বছৰ হলেও স্বইচ্ছাই বনবাসত যাবলৈও তাই সাজু।

নতুন স্বামীৰ সঙ্গ দুৰ্লভা ৰোহিণীয়ে আকৌ পুৰণা ঘটনা মনত কৰিব ধৰে: মহাৰথী অৰ্জ্জুনে যেতিয়া দ্বাৰকাপুৰীৰ পৰা গুপুতে সুভদ্ৰাক লগতলৈ হস্তিনাপুৰলৈ যাত্ৰা কৰে; শ্ৰীবলৰামে নিজৰ ভণীজনীৰ এই অবৈধ কীৰ্ত্তিৰ কথা শুনি অৰ্জ্জুনৰ ৰথ আক্ৰমণ কৰে। তেতিয়া উপায় নেদেখি বীৰাঙ্গনা সুভদ্ৰাই নিজৰ ভোক্তা পাণিগ্ৰহীতা অৰ্জ্জুনৰ সাৰথী হৈ আপোন ভাইৰ বিৰুদ্ধে সমৰ কৰিবলৈ সাহায্য কৰে। এইতো স্বামীলভ্যা নাৰীৰ জীৱনত স্বামী-সুখ প্ৰিয়তা, তথা স্বামী-সুখ বীৰতা নতুন স্বামী লাভত জীৱনীয় প্ৰেৰণা জগাই তোলে, নাৰীৰ তথা গাভৰুৰ কোমল হৃদয়ত। হায়! যৌৱনপূৰ্ণা ৰোহিণীয়ে আজি নবীন যুৱক স্বামী পাইও স্বামীৰ হকে যুঁজিবলৈ স্বামীৰ লগত ফুৰিবলৈ আৰু স্বামীৰ লগত হাঁহিবলৈ ভাগ্যত লিখি নাহিলে। ৰোহিণীয়ে মনতে ভাবে, সুভদ্ৰাৰ নিচিনা তাইৰো মনত বল, শৰীৰত শক্তি আৰু স্বামীৰ প্ৰতি ভক্তি আছে; আৰু আৱশ্যক হলে তাইও স্বামীৰ হকে ভাই তথা পিতৃৰ বিৰুদ্ধেও থিয় হবলৈ অপৰাগ নহব।

নতুন বিবাহিতা স্বামী বিৰহিণী গাভৰু ৰোহিণীয়ে ভাবে, নিজৰ জীৱনৰ এই বিবাহিত প্ৰথম অধ্যায়তে স্বামী বিৰহৰ অভিশাপ ভুগাতকৈ উষা-অনিৰুদ্ধৰ নিচিনা বাণ ৰজাৰ বন্দীশালত একেলগে (স্বামী-স্ত্ৰীয়ে) জীৱন কটোৱাও নতুন স্বামীলভ্যা নাৰী জীৱনৰ পক্ষে শতগুণে শ্ৰেয়ঃ। যি উদাহৰণ আজি গাভৰু উষাই অনিৰুদ্ধৰ লাভত ৰোহিণীৰ দেশ এই অসমতেই নাৰী জাতিক দেখুৱাই দি গলে। হায়! বিৰহিণী গাভৰু জীৱন! বিৰহিণী যক্ষপ্ৰিয়াতকৈ নতুন স্বামী-বিৰহিণী ৰোহিণীৰ 'বিৰহ' কোনে কমতুল্য গণ্য কৰিব পাৰে? যিয়ে আজি সদায় চাৰিখন প্ৰদেশৰ অন্তৰায়ৰ পৰা অহা ৰেলগাড়ী আকাশী জাহাজ আৰু টেলিগ্ৰাফৰ তাঁৰৰ ফালে আপোন প্ৰিয়ৰ লক্ষ্ণৌৰ পৰা খবৰ পাবৰ আশায় বাট চাই থাকিব লগাত পৰিছে। মেঘদূত সজাবৰ কাৰণে কালিদাস আছিল; কিন্তু ৰোহিণী বিৰহিণীৰ 'দূত আৰু অনুভূত' আজি কোনে সজাব?

বেঁকী নদীৰ পাৰত মাকৰ ঘৰত ৰোহিণী বিৰহিণীয়ে স্বামী বিৰহৰ চকুলো টুকি থাকোতেই লক্ষ্ণৌৰ পৰা আকৌ চিঠি পঠালোঁ।,— বিয়াৰ তিনিমাহৰ পাচত, লক্ষ্ণৌৰ শেষ চিঠি। ৰোহিণীক লিখি পঠালোঁ, যে মই অতি সোনকালে দাৰ্জিলীঙলৈ বদলি হৈ যাম, আৰু তাত গৈ শ্ৰীমতীক অসমৰ পৰা দাৰ্জিলীং পাহাৰলৈ লৈ আহিবলৈ চেষ্টা কৰিম। চিঠিখন লিখিবলৈ মনতে সাহ হল। এইবাৰ নিশ্চয় বিৰহিণী ৰোহিণীৰ দুখ কমিব আৰু লগতে নিজৰো। মনতে কল্পনা কৰিব ধৰিলো; এইবাৰ ৰোহিণীক দাৰ্জিলীঙলৈ লৈ আহি নিশ্চয় তাইৰ মন পুঁৱা কৰিব পাৰিম। তাইক দাৰ্জিলীং পাহাৰত বনফুল সজাই লব পাৰিম। পাহাৰী গাভৰু বিলাকৰ লগত মোৰ ৰোহিণীক ৰিজাই লব পাৰিম। দাৰ্জিলীং পাহাৰৰ শীতল বতাহত ৰোহিণীৰ গা নিশ্চয় শীতলাব পাৰিম। দাৰ্জিলীং পাহাৰৰ একা-বেঁকা 'হাৰিয়ালী আৰু ৰাস্তাত' চাহৰ বাগানৰ মাজে মাজে ৰোহিণীক ঘূৰাই লৈ



ফুৰাব পাৰিম। পাহাৰৰ ঝৰণাৰ কাষত বহি দুয়ো নতুন জীৱনৰ কথা পাতিব পাৰিম। নবদম্পতি, তথা নতুন বিবাহিত গাভৰু ৰোহিণীৰ স্বামী সঙ্গ লাভৰ উত্তম ঠাই এই দাৰ্জিলিং পাহাৰেই বুলি মনতে গৌৰৱ অনুভৱো হ'ল; আৰু মোৰ ৰোহিণীও যে দাৰ্জিলীং পাহাৰত আহি স্বামীৰ নতুন সঙ্গ লাভত সহি অহা বিৰহিণী জীৱনৰ কথা পাহৰি স্বামী সহবাসৰ সুখৰ সপোন, পুণৰ মিলন তথা পুৰ্ণমিলন আশা কৰিব পাৰিব, ইয়াত সন্দেহ নোহোৱা হল।

ইতিমধ্যে বিৰহে অনল জ্বলোৱা লক্ষ্ণৌৰ পৰা বদলি হৈ দাৰ্জি-লীঙত আহি পালো ইং ১৯৫৮ চনৰ আগষ্টৰ ১০ তাৰিখে। দাৰ্জিলীঙৰ লিবং সৈনিক হস্পিতালত (লিবং কেণ্টনমেণ্ট দাৰ্জিলীঙৰ পৰা উত্তৰে ৬ মাইল দূৰত) আহিয়েই মাহ চেৰেকৰ পাচতে দুমাহৰ চুটি লৈ অসমত আহিবলৈ ইচ্ছা কৰিলোঁ, এৰি যোৱা নতুন ৰোহিণীক সম্ভাষণ জনাবলৈ। লগতে ভাবিলো, মোৰ বিৰহিণী ৰোহিণীও তাইৰ বিয়াৰ পাচতে ভুগীৰ লগা এই অসহ্য গধুৰ প্ৰায় সাতমাহৰ পাচত নিজৰ ৰূপ বদলাই, নিজৰ ভাব বদলাই, নিজৰ আপোন মনৰ আপোন প্ৰিয়ক সম্ভাষণ জনাবলৈ নিশ্চয় সাজু হৈ আছে,— সহানুভুতিশীলা নাৰী হৃদয়ৰ মাধুৰী বিলাই।

চুটীত আহি 'আপোন প্ৰিয়াক' লগ পালো, মাকৰ ঘৰত; মাঘী সংক্ৰান্তিৰ কেইদিনমান আগতে। বেচেৰী যোৱা-হেৰোৱা পখীৰ নিচিনা জুৰুলা হৈ আঙুলিৰ মূৰত দিন গণি আছিল প্ৰিয়ৰ শুভাগমনৰ অপেক্ষা কৰি। চকুৰ চকুলো, অন্তৰৰ বিৰহ আৰু মনৰ ভাবক বদলদি জোকাই দিয়া মৌচাকৰ নিচিনা সতেজ হৈ ৰোহিণীয়ে মোক পাই নাৰী অভিমানত ভৰি পৰিল। লগতে, বিবাহিত গাভৰু নাৰীক এৰি বিদেশলৈ অকলে যোৱা যে পুৰুষৰ পাপ, ইয়াকো উন্নুকিয়াই দিবলৈ শ্ৰীমতীয়ে নাপাহৰিলে। গাভৰুৰ এই ৰূপটি চাবলৈ বৰ ভাল লাগিল। বিবাহৰ প্ৰায় সাত মাহৰ পাচত বিৰহিণী

গাভৰুৰ 'প্ৰিয়-সম্ভাষণ', অবলা নাৰীৰ অভিমান নাৰী চৰিত্ৰৰ স্বাভাৱিক ৰূপ। ই নতুন পুৰুষৰ কাৰণে বৰ আদৰৰ দৃশ্য। মনত পৰিল শ্ৰীমতী ৰাধিকাৰ মান ভঞ্জনৰ কথা ; যি চৰিত্ৰ নাৰী জগতৰ প্ৰতি এটি প্ৰজ্ঞা উদাহৰণ।

স্বামীৰ দৰ্শন পাই প্ৰফুল্লিতা হৈ ফুলি উঠা অভিমানী শ্ৰীমতী ৰোহিণীৰ মান ভঞ্জন কৰিবৰ কাৰণে নতুন হাতৰ স্পৰ্শ আগবঢ়ালো, তাইৰ মানসিক পৰিবৰ্ত্তনৰ আশা কৰি। লগতে প্ৰস্তাৱ কৰিলো, তাইক লগত লৈ পশ্চিম দেশলৈ যাত্ৰা কৰিবৰ মন। পশ্চিমৰ কথা শুনি তাইৰ বিৰহিণী মন পাতল হল, আৰু অভিমানী হিয়া শান্ত হল। ৰোহিণীক কথাদি আকৌ নিজৰ কৰি ললোঁ ; আৰু কেইদিন মানৰ পাচতে বিহাৰ-বেঙ্গলত ফুৰিবলৈ প্ৰোগ্ৰাম কৰি ওলালোঁ।

## ভ্ৰমণ

১৩৬৫ চনৰ (ইং ১৯৫৯ চন) পুহ মাহৰ শেষ ভাগ। গুৱাহাটীত এৰাতি জামিনী চাৰ্কাস আৰু এৰাতি গোপীকৃষ্ণৰ লগত দময়ন্তী যোশীৰ নাচৰ লহৰ চাই, নতুন ৰোহিণীক লগত লৈ দেওঘৰ বৈদ্যনাথ ধামলৈ যাত্ৰা কৰিলো, শ্ৰীশ্ৰীঠাকুৰৰ দৰ্শন কামনায়। বিয়াৰ পাচত নৱদম্পতীৰ জীৱন্ত প্ৰজ্ঞা মহাপুৰুষৰ পুন্য দৰ্শনৰ উদ্দেশ্যে এইয়ে প্ৰথম যাত্ৰা ; তথা দম্পতী জীৱনৰ মহাতীৰ্থ যাত্ৰা। ইয়াৰ আগতে অৱশ্যে গুৱাহাটীত ৰোহিণীৰ ডাঙৰ বাইদেউৰ ঘৰত থাকি মহাসতী তীৰ্থ কামাখ্যাধাম দৰ্শন কৰি এই শুভযাত্ৰাৰ মেলানি মাগিছো। ৰেলগাড়ীৰ যাত্ৰী হিচাপে মোৰ ৰোহিণী নতুন নহলেও, পশ্চিম ফালৰ যাত্ৰী হিচাপে তাই একেবাৰেই নতুন। পশ্চিমৰ যাত্ৰী হব লাগিলেই সাধাৰণতে দুটা বস্তুৰ অতি আৱশ্যক। এটা হল টকা, আৰু আনটো ভাষা। প্ৰথমটোৰ প্ৰতি ৰোহিণীৰ বৰ বেচি অভাৱ অনুভৱ নহলেও, দ্বিতীয়টোৰ প্ৰতি তাইৰ সমস্যা বাঢ়িল; এই



পশ্চিম দেশৰ ভ্ৰমণৰ বাটত। হিন্দী-বঙালী দুয়ো ভাষাকে তাই বুজিব শিকা নাই। গতিকে এই যাত্ৰাত মইয়ে ৰোহিণীৰ প্ৰধান 'ইন্টাৰ-প্ৰেটাৰ' আৰু ঘৰুৱা পাণ্ডা।

এই যাত্ৰাত ৰোহিণীয়ে প্ৰথমবাৰ গঙ্গানদী পাৰ হব লগা হল, মণিহাৰী ঘাটৰ পৰা চক্ৰিগলী ঘাটলৈ ষ্টিমাৰেৰে। যি গঙ্গানদী স্বাভাৱিকতে অসমীয়া তিৰোতাৰ, তথা ভাৰতীয় হিন্দু সমাজৰ এক আদি যুগৰ পুণ্যস্মৃতি বহতী মাহাত্ম্যপূৰ্ণ পবিত্ৰ নদী ; যাৰ কাহিনী পুৰাণ-মহাভাৰত আদিত প্ৰজ্ঞ-ঋষি-মুণি সকলৰ গুণ কীৰ্ত্তনৰ অভাৱ নাই। গঙ্গানদীৰ স্বৰূপ এক নাৰীৰূপত বৰ্ণনা কৰা হয়। যিয়ে স্বৰ্গৰ পৰা সগৰ বংশক উদ্ধাৰ কৰিবলৈ মৰ্ত্ত্যৰ ভাৰতত আহিব লগাত পৰে ; আৰু শক্তিশালিনী তেজস্বিতা গঙ্গাৰ ধাৰাক পৃথিবীয়ে ধাৰণ কৰিব অক্ষম হোৱা দেখি, স্বৰ্গৰ পৰা নামি আহোতে বিশ্বনাথ মহাদেৱ যোগীবৰৰ জটাত আহি প্ৰথমে খোপনি পাতে। যিঠাই ভাৰতৰ উত্তৰে গাৰোৱাল পাহাৰত গঙ্গোত্ৰী বুলি হিন্দু শাস্ত্ৰত এতিয়াও উল্লেখ পোৱা যায়। গঙ্গা মৰ্ত্ত্যলৈ আহি ভাগিৰথী নাম লৈ সগৰবংশ উদ্ধাৰ কৰে ; জাহ্নবী মুণিৰ গৰ্ভত প্ৰৱেশ কৰি জাহ্নবী নাম পায় ; আৰু এক সময়ত নাৰীৰূপত শান্তনু মহাৰাজক বৰণ কৰি 'অষ্টবসু' জন্ম দিয়ে। যি অষ্টম্ বসু, ভীষ্ম পিতামহ মহা-ভাৰতৰ এজন প্ৰধান নায়ক হিচাপে উল্লিখিত। এই গঙ্গানদী, ভাৰতৰ বহু পুৰণা চহৰ ঋষিকেশ হৰিদ্বাৰ কংখল প্ৰয়াগ কাশী আদিক পৱিত্ৰ তীৰ্থত পৰিণত কৰি আজি মোৰ ৰোহিনীৰ তীৰ্থযাত্ৰাত মণিহাৰী আৰু চক্ৰিগলী ঘাট সজাই তাইকো স্পৰ্শ দিছে। সৌভাগ্য ৰোহিণীৰ, এই পুণ্য সলিলা গঙ্গাৰ পানী স্পৰ্শ কৰি। ঘাটৰ ওচৰত গৈ ৰোহিণীক পৰিচয় কৰাই দিলো, এইয়ে গঙ্গা ; তোমাৰ যুৱতী বাইদেউ গাভৰু গঙ্গাৰ নিচিনা এই আৰাশী গঙ্গা, হয়তো এদিন বসন্ত ঋতুত আহি নদীৰ বালিত কেলিকৰি শিকাৰত মত্ত

ডেকা শান্তনু ৰজাক মোহি আপোন পাণি গ্ৰহণৰ লালসা ডেকা ৰজাৰ অন্তৰত জগাই তুলিব পাৰিছিল। ধন্য নাৰীৰ মোহিনী ৰূপ! নিজৰ স্বাৰ্থৰ কাৰণে মৰ্ত্ত্যৰ পুৰুষক নাৰীৰূপৰ ভিক্ষা প্ৰাৰ্থনা কৰিবলৈ বাধ্য কৰাব পাৰে।

ৰোহিণীৰ লগত গঙ্গা পাৰহৈ চাহেবগঞ্জ পালোঁ; আৰু তাৰ পৰা ভাগলপুৰলৈ টিকেট কৰিলোঁ। ভাগলপুৰত ৰাতি তিনিটা বজাতে দেওঘৰলৈ যোৱা মটৰ ধৰিব লাগিব। গতিকে ৰেলগাড়ীৰ পৰা ৰাতি ১২টাত নামিয়েই মটৰৰ আগৰ 'চিট' দুখন ৰিজাৰ্ভ কৰি ৰাখিলোঁ। ভাগলপুৰৰ পৰা দেওঘৰ-বৈদ্যনাথ ধামলৈ প্ৰায় ৭০।৭৫ মাইল দূৰ। ৰাতিপুৱা ডেকা সূৰ্য্যদেৱৰ বঙালি কিৰণত নতুন ৰোহিণীক কাষত লৈ বিহাৰ-ভূমিৰ প্ৰান্তৰ এঁকা-বেঁকা বাটেৰে পুহ মাহৰ শীতৰ মটৰৰ ভ্ৰমণটো মোৰ লগত ৰোহিণীৰো মনত বৰ ভাল লাগিল। জীৱনত তাই এক নতুন অনুভৱ কৰিলে; যিটো নতুন যুৱক স্বামীৰ কাষত সগৌৰৱে মহাৰাণীৰ নিচিনাকৈ বহি বিহাৰ প্ৰদেশৰ মটৰ ভ্ৰমণ ২১ বছৰীয়া চেনেহী অসমীয়া গাভৰুৰ জীৱনত নিশ্চয় গৌৰৱৰ অনুভৱ!

আমাৰ বাহিৰেও মটৰখনত প্ৰায় ৩৫।৪০ জন বিহাৰী যাত্ৰী। ৰোহিণীৰ ৰিহা-মেখেলাৰ পোছাক আৰু বগা সুন্দৰী গাভৰু মুখখন দেখি, মটৰৰ প্ৰায় যাত্ৰীয়ে ৰোহিণীৰ ফালে চকু ফুৰাব ধৰিলে; যিটো গাভৰু ছোৱালীৰ প্ৰতি অপৰিচিত প্ৰায় যাত্ৰীৰেই স্বাভাৱিক ব্যৱহাৰ। লগতে কাষত বহা দুই এজন ভদ্ৰলোকে সুধিলেও, 'কাহা সে আয়্যা আউৰ কহা যাওঁগে?' ৰোহিণীক মই উদুকিয়াই দিলো, যে তোমাক সুধিছে—কৰ পৰা আহিছা আৰু কলৈ যাবা, কোৱা। ৰোহিণীয়ে মিচিকিয়া হাঁহিটি মাৰিলে। বোধহয় তাইৰ হাঁহিটি চাবলৈ যাত্ৰীবিলাকৰ আৰু ভাল লাগিল। মই তাইক কলোঁ,— 'আসাম-দেওঘৰ' বুলি কোৱা; ইয়াতেই বিহাৰী যাত্ৰীবিলাকে বুজি



পাব। তাই লাজকুৰীটি হৈ নিমাত থাকিল। বাকী প্ৰসঙ্গ প্ৰশ্নকৰ্ত্তাক মইয়ে বুজাই দিলো। মোৰ ভাব আছিল, অসমীয়া গাভৰু ৰোহিণীৰ মুখৰ এষাৰি সুৰলা মাত বিহাৰী যাত্ৰীবিলাকে শুনিব পালে, বোধহয় সিহঁতে আপোন 'ডাইৰীত' টুকি ৰাখিবলৈ নিশ্চয় ইচ্ছা কৰিলেহেঁতেন। যিহেতু তাইৰ মুখৰ ফালে চোৱাতকৈ তাইৰ মুখৰ কথা লিখি ৰখাটো মই আৰু বিশেষ মূল্যৰ বুলি অনুভৱ কৰো। লগতে বিদেশত ৰোহিণীৰ সাহসৰ মাত্ৰাও বঢ়াবৰ মোৰ উদ্দেশ্য আছিল, যিহেতু ৰোহিণীয়ে যে এদিন হিন্দী ভাষাৰে কথা কব শিকিব লাগিব; এইটো আমাৰ বিয়াৰ আগতে সৰ্ত্ত (Agreement) নাথাকিলেও কেছুৱাৰ মাক হোৱাৰ আগতে তাইক মই এইটো বুজাই দিবলৈ বাধ্য হৈছিলোঁ।

বিহাৰৰ মটৰগাড়ী ভাগলপুৰ-দেওঘৰ আলিবাটেদি অসমীয়া নতুন দম্পতী মোক আৰু ৰোহিণীক বৈ লৈ একাঁ-বেঁকা জনশূন্য পথাৰৰ মাজেদি বহুদূৰ আগুৱাই যাব ধৰিলে। ইয়াৰ ভিতৰতে সঙ্গী যাত্ৰীবিলাকৰ লগত আলাপ পৰিচয়ো হল,—অসম সম্বন্ধে, ঠাকুৰ সম্বন্ধে, সৎসঙ্গী সম্বন্ধে। গাড়ী চলি থাকে। ৰোহিণীয়ে কাষৰ খিৰিকিখনেৰে বিদেশৰ বহুদূৰ অন্তৰীক্ষলৈ চাই পঠিয়ায়, অজানা অনুসন্ধানত! বোধহয় তাই এই সময়ত ঘৰত এৰি অহা আই-বোপাই আৰু সমনীয়া ভনী আৰু গাভৰু মাহীয়েক কেইজনীৰ সঙ্গৰ কথা একেবাৰেই পাহৰি গৈছে। এই সময়ত বোধহয় মোৰ নতুন সঙ্গই তাইৰ বৰ পচন্দৰ হৈ পৰিছে; আৰু এই বিদেশত মোৰ বাহিৰে যে তাইৰ 'আপোন' কোনো নাই, বোধহয় ৰোহিণীয়ে এইটো মনে মনে অনুভৱও কৰিছে। সেয়ে সময় অনুপাতে মটৰৰ গতিৰ লগে লগে ৰোহিণীয়ে মোৰ ফালে ঘনে ঘনে চায়, আৰু মইও তাইৰ ফালে বাৰে বাৰে চাওঁ; আৰু লগতে অনুভৱো কৰো, জানোচা আমাৰ দুয়োৰে স্পৰ্শ পৃথক হৈ নেযায়!

ভাগলপুৰৰ পৰা গাড়ী প্ৰায় ৫০ মাইল মান আগুৱাইছে। সূৰ্য্যদেৱ প্ৰায় ৯টাৰ আসনত। বিহাৰ দেশৰ প্ৰায় জনশূন্য পথাৰ। মাজে মাজে আলিৰ কাষত দুই চাৰিঘৰ বিহাৰী বস্তি। হঠাতে আমাৰ গাড়ীৰ পাচৰ যোৰাচাকাৰ এটাৰ হাৱা ওলাই গল। অনুসন্ধান কৰি জনা গল, 'পাম্‌চাৰ'। যাত্ৰী সকলোৱে নামি পৰিল, লগতে আমিও। আকৌ নতুনকৈ মটৰ দৌৰিবলৈ সময় লাগিব প্ৰায় এক ঘণ্টা। মনতে তৃপ্তি অনুভৱ কৰিলো, জিৰণিৰ কিছু অৱকাশ পাই। ৰোহিণীক কাষলৈ মাতি আনি আলিবাটৰ পৰা অলপ নিলগত গৈ গাৰ চাদৰ এখন পাৰি বাতিপুৱাৰ ৰ'দ সেকিবলৈ দুয়ো বহিলো ওচৰা-ওচৰিকৈ; আৰু লগত থকা মুথুদি, চীনাবাদাম, ৰেউৰী (তিলৰ মিঠাই) আদি এটি দুটিকৈ ৰোহিণীৰ মুখত দি জোকাব ধৰিলো। ৰোহিণীয়ে এই অৱসৰত বিদেশ যাত্ৰাৰ জীৱনীয় অনুভূতি আৰু নতুন সঙ্গীপুৰুষৰ লগত ভ্ৰমণৰ আমোদ প্ৰশংসা কৰিব ধৰিলে। তেতিয়া তাইক মই সোৱঁৰাই দিলো, যে বিৰহত ভুগা গাভৰুৱে সাময়িক সঙ্গতেই জীৱনত ভাল মিলনৰ তৃপ্তি অনুভৱ কৰিব শিকে। গতিকে প্ৰেমত বান্ধ খোৱা গাভৰুৱে জীৱনত এবাৰ বিৰহ সহিবই লাগে। তেনেহলেহে মিলনৰ সোৱাদ আৰু বেচি বাঢ়ে আৰু কত কি যে কথা।

## দেওঘৰ

ইতিমধ্যে গাড়ী দৌৰিবলৈ সাজু হল, আৰু আমি সকলো যাত্ৰীয়ে দেওঘৰ বুলি আকৌ উঠি বহিলোঁ। গাড়ী গৈ ১২টাৰ সময়ত বৈদ্যনাথ ধামৰ ঘণ্টাঘৰৰ ওচৰত উপস্থিত হল। আজি ইংৰাজী ১৯৫৯ চনৰ জানুৱাৰী মাহৰ পাঁচ তাৰিখ সোমবাৰ। ওচৰতে তৃপ্তি নামৰ হোটেলখনত গৈ গা-পা ধুৱাৰ বন্দবস্ত কৰিলো। ইয়াৰ পাচত, আমাৰ নতুন ঠাকুৰক দৰ্শন কৰাৰ আগতে পুৰণা ঠাকুৰক দৰ্শন



কৰাৰ উদ্দেশ্যে শ্ৰীমতীক লগত লৈ বৈদ্যনাথ মন্দিৰলৈ আগবাঢ়িলোঁ। নতুন দম্পতী দেখি কেবাজনো বিহাৰী পাণ্ডাই বাটত বিৰক্তি কৰিছিল যদিও, সৎসঙ্গী বুলি কোৱাই সিহঁত আতৰি যাব ধৰিলে। ইয়াৰ কাৰণ, শ্ৰীশ্ৰীঅনুকূল ঠাকুৰ আৰু সৎসঙ্গ প্ৰথমে যেতিয়া দেওঘৰলৈ আহে ইং ১৯৪৬ চনত; বৈদ্যনাথ ধামৰ পাণ্ডাবিলাকে সিহঁতৰ নিজৰ দুৰ্ব্বলতাৰ কাৰণেই শ্ৰীশ্ৰীঠাকুৰ আৰু সৎসঙ্গৰ প্ৰতিকূলে কৰলৈ প্ৰায় পাণ্ডাই অভ্যস্ত হৈ পৰিছিল। সেয়ে কোনো সৎসঙ্গীৰ সঙ্গই সিহঁতৰ ব্যক্তিত্বত তেতিয়া প্ৰায় অসহ্য হৈ পৰিছিল। লগতে সৎসঙ্গীৰ পৰা পইচা আদায় কৰাৰ উপায়ো সিহঁতৰ বৰ কম। কিন্তু যেতিয়া কিছুদিনৰ পাচত তেতিয়াৰ বিহাৰৰ মুখ্যমন্ত্ৰী স্বৰ্গীয় বিনোদানন্দন ঝা আদিয়ে শ্ৰীশ্ৰীঠাকুৰৰ সান্নিধ্য লাভৰ কাৰণে মাজে মাজে সৎসঙ্গত দৰ্শন দিয়েহি, এতিয়া এই বৈদ্যনাথ ধামৰ পাণ্ডাবিলাকৰ দৰ্শন প্ৰায় খুলিছে।

যেইহোক, মন্দিৰৰ ক'ম্পাউণ্ডৰ ভিতৰত গৈ এজন পাণ্ডাক ওচৰলৈ মাতি আনি বৈদ্যনাথজীক দৰ্শন কৰাৰ উদ্দেশ্য কোৱাৰ লগে লগে তেওঁ মন্দিৰৰ ভিতৰলৈ আগবঢ়াই নিলে। লগতে তুলসী আৰু অলপ বেলপাত সংগ্ৰহ কৰি পাণ্ডাজীৰ নিৰ্দ্দেশ মতে মোৰ লগত ৰোহিণীয়ে বৈদ্যনাথজীৰ 'শিৱলিঙ্গক' স্পৰ্শ কৰি আন্তৰিক প্ৰণাম জনালে। বোধহয় তাই স্বামীসঙ্গৰ নিজৰ নাৰী ইচ্ছা পূৰণৰ কাৰণেও মনে মনে বৰ মাগি ললে। যি শিৱপূজা অৱহেলাৰ কাৰণে তাই বিয়াৰ পাচতেই সুদীৰ্ঘ সাত মাহকাল স্বামী বিৰহৰ কষ্টত ভুগীব লগাত পৰিছিল। আজি এই আদি যুগৰ স্বয়ম্ মাহাত্ম্যম্ বৈদ্যনাথজীৰ বাস্তৱ স্পৰ্শন আৰু দৰ্শন লাভে ৰোহিণীৰ মনত ভুগী অহা সকলো বিৰহৰ অৱসান অনুভৱ কৰিব পাৰিছে নিশ্চয়! আৰু ভৱিষ্যতেও যেন এনে জ্বালাত নপৰে, এয়ে তাইৰ শিৱঠাকুৰৰ ওচৰত নাৰী হৃদয়ৰ বোধহয় আন্তৰিক প্ৰাৰ্থনা।

ইতিমধ্যে মন্দিৰৰ চাৰিওফালে এপাক ঘূৰি চাই পাণ্ডাজনক আঠ অনা দক্ষিণা দি ওচৰতে থকা মন্দিৰৰ উত্তৰ ফালে বৃহৎ পুখুৰী 'জলসাগৰৰ' পাৰ পালোগৈ। পুখুৰীৰ পাৰৰ বেঞ্চি এখনত বহি জিৰণি লোৱাৰ লগে লগে ৰোহিণীক কব ধৰিলোঁ, মোৰ পুৰণি কাহিনী :—"এই বৈদ্যনাথ ধামলৈ মই প্ৰথমে এবাৰ আগতে আহিছিলোঁ ইংৰাজী ১৯৩৯ চনত ; যেতিয়া ৭ম মান শ্ৰেণীত স্কুলত থাকোতে ঘৰৰ পৰা পলাই মধ্যপ্ৰদেশৰ ৰাৰ্দ্ধালৈ যাত্ৰা কৰিছিলো। তেতিয়া মোৰ বয়স আছিল ১৫ বছৰ। ই আজি ২০ বছৰৰ আগৰ কথা। ৰাৰ্দ্ধাৰ পৰা জব্বলপুৰেদি অকলে আহি এলাহবাদৰ নাইনিত উঠিছিলো, তেতিয়াৰ এগ্ৰিকালচাৰ কলেজৰ অসমীয়া ছাত্ৰ এজন উপেন্দ্ৰ অধিকাৰীৰ ওচৰত ; তেতিয়া মইও তোমাৰ নিচিনা হিন্দী নেজানিছিলো। কোনোমতে আকাৰে ইঙ্গিতে কথাকৈ বিদেশ ভ্ৰমণ কৰিছিলো। এলাহাবাদৰ পৰা বেনাৰস আহি পাওঁ ; আৰু তাত হিন্দু বিশ্ববিদ্যালয়ৰ হোষ্টেলত অসমীয়া ছাত্ৰ কেইজন মানৰ লগত পৰিচয় হৈছিলো। বিশেষকৈ কন্দৰ্প বণিক্যৰ লগত ; আৰু কাশী হিন্দী বিদ্যাপীঠৰ ছাত্ৰ নবীন বড়াৰ লগত। বেনাৰসৰ পৰা এই দেওঘৰলৈ আহিছিলো, হিন্দী শিকাৰ অনুসন্ধান কৰি। ইয়াত আহি হিন্দী বিদ্যাপীঠৰ অসমীয়া ছাত্ৰ দুজন মানৰ লগত গুৰুকুলত কেইদিন মান থাকিব লগাত পৰিছিলো। এইয়ে সেই ২০ বছৰৰ আগতে চাই যোৱা বৈদ্যনাথ ধাম।" আজি মোৰ ধৰ্ম্মপত্নী ৰোহিণীক লগত লৈ আকৌ আহিছো, এই পুণ্য ঠাইত শ্ৰীশ্ৰীঠাকুৰৰ শুভ দৰ্শন আশা কৰি। অৱশ্যে ইয়াৰ আগতেও অকলে আহি দেওঘৰত কেবাবাৰো শ্ৰীশ্ৰীঠাকুৰৰ দৰ্শন লাভ কৰিছো, সৎসঙ্গ পীঠস্থানত।

দেওঘৰ বিহাৰ প্ৰদেশৰ এখন স্বাস্থ্যকৰ ঠাই ; সান্থাল পৰগণা জিলাৰ ভিতৰত এটা ছাবডিভিজন। পাটনা-কলিকতা প্ৰধান ৰেল-লাইনৰ জচিদি ষ্টেচনৰ পৰা বৈদ্যনাথ ধামলৈ ব্ৰাঞ্চলাইনৰ প্ৰায় ঘণ্টা একৰ বাট। দেওঘৰ বৈদ্যনাথজীৰ মন্দিৰৰ কাৰণেও ভাৰতৰ



এটি পুৰণি তীৰ্থ। লগতে ৰামকৃষ্ণদেৱৰ শিক্ষাকেন্দ্ৰ 'লীলামন্দিৰ' আশ্ৰম ; আৰু হিন্দী শিক্ষাৰ কাৰণে 'গুৰুকুল' আশ্ৰম বুলি শিক্ষাকেন্দ্ৰ আছে। বৈদ্যনাথধামৰ আয়ুৰ্ব্বেদিক ঔষধালয়ৰ 'ৰায়কোম্পানী' এটা নাম কৰা প্ৰতিষ্ঠান। দেশ বিভাজনৰ পাচৰ পৰা দেওঘৰ পাবনা সৎসঙ্গৰ কেন্দ্ৰস্থল হৈ পৰিছে ; আৰু শ্ৰীশ্ৰীঠাকুৰ অনুকূল চন্দ্ৰ ইয়াতেই থাকে। য'ত ত্ৰৈমাসিক ঋত্বিক অধিবেশন হোৱাৰ উপৰিও প্ৰথম বহাগত সৎসঙ্গৰ নৱবৰ্ষৰ পুৰুষোত্তম 'স্বস্তিতীৰ্থ মহাযজ্ঞ' আৰু বিজয়া তিথিৰ সময়ত শ্ৰীশ্ৰীঠাকুৰৰ জন্মোৎসৱ প্ৰতি বছৰে সৰ্ব্ব-ভাৰতীয় উৎসৱ হিচাপে প্ৰতিপালিত হৈ থাকে।

কিছু সময় জিৰণি লোৱাৰ পাচত পুখুৰীৰ পাৰৰ পৰা ৰোহিণীৰ লগত হোটেললৈ উভতি, নিজৰ বিচনা আদিলৈ ৰিক্সা এখনত বড়াল বংলো (আজি কালি ঠাকুৰ বাঙলো) লৈ ৰাওনা কৰিলোঁ। প্ৰধান আলিবাটৰ পৰা 'ৰোহিণীৰোডে'দি সৎসঙ্গলৈ প্ৰায় পাঁচ ফালং মান দূৰ। তেতিয়া প্ৰায় আবেলি তিনিটা মান বাজিছে। ৰোহিণীক 'ৰোহিণীৰোড'ৰ কথা উল্লেখ কৰি দি ৱেষ্ট্ এণ্ড্ (westend) হাউচত উঠিলো ; যিটো সৎসঙ্গৰ অতিথীঘৰ। ইয়াৰ এদিন আগতে শীত-কালৰ ৮৩ তম্ ঋত্বিক অধিবেশন শেষ হলেও বাহিৰৰ পৰা অহা সৎসঙ্গী সভ্য আশ্ৰমত ভৰি আছে। আমি হৈ পৰিচয় হোৱাৰ লগে লগে 'অশোক-আশ্ৰমত' ঠাই পালোঁ ; যিটো হৰ অসমৰ সৎসঙ্গী সকলৰ কাৰণে সংৰক্ষিত। দীন শৰ্ম্মা মোৰ পুৰণা বন্ধু। তেৱেঁই অশোক আশ্ৰমৰ সাময়িক মালিক ; লগতে তেওঁকো ৰোহিণীৰ লগত পৰিচয় কৰাই দিলোঁ।

আজি কালি পুৱা-সন্ধ্যা সময় মতে শ্ৰীশ্ৰীঠাকুৰৰ সন্মুখত বড়দাৰ নাইবা ছড়দাৰ (ঠাকুৰৰ ডাঙৰ আৰু মাজু পুত্ৰৰ) পৌৰহিত্যত সমবেত প্ৰণাম হয়। গতিকে সন্ধ্যা চাৰে পাঁচ বজাৰ সময়লৈ

অপেক্ষা কৰিব লগাত পৰিল। ইয়াৰ আগতে ৰোহিণীক লগত লৈ শ্ৰীশ্ৰীঠাকুৰৰ দৰ্শনৰ কাৰণে বড়াল বাঙলোৰ চৌহদৰ ভিতৰত সোমাঙো। ৰোহিণীৰ মন উগুল্ থুগুল্,— মেধিবাবুৰ ঠাকুৰ কেনে? তাই আজি এজন নতুন মানুহ দেখিব। যিজনক দৰ্শন কৰিবৰ বাবে সুদূৰ অসমৰ পৰা আহিব লগাত পৰিছে। তাইয়ে নহয়, অসমৰ পৰা আৰু পৃথিবীৰ অন্যান্য দেশৰ পৰাও বহু মানুহ এই 'মানুহ'-জনক দৰ্শন কৰিবলৈ আহে, আৰু 'এওঁকে' প্ৰণাম কৰি মনত তৃপ্তি পায়। বহু জ্ঞানী-সুধী মানুহে 'এওঁৰে' কথাকৈ ভাল পায়; 'এওঁকে' পূজা কৰি শান্তি পায়। এই 'মানুহ'জনক ৰোহিণীয়ে আজি প্ৰথম দেখা পাব; আৰু তাইৰ নতুন গিৰিয়েকৰ লগত 'এওঁক' প্ৰণাম কৰিবৰ সুবিধা পাব। সৌভাগ্য তাইৰ,— বিয়াৰ পাচতে 'মহাপুৰুষৰ' দৰ্শন অসমীয়া বিবাহিত নতুন গাভৰুৰ ভাগ্যত কমেই ঘটে। সেয়ে ৰোহিণীয়ে আজি তীৰ্থযাত্ৰাত 'তীৰ্থদেৱতাক' প্ৰণাম কৰি তাইৰ বিবাহিত ভবিষ্যত নাৰী জীৱনটোক সাৰ্থক কৰি লব।

শ্ৰীশ্ৰীঠাকুৰ

"Sree Sree Thakur is normally normal, wisely foslish, gorgeously simple and fulfiller of individual characteristics with the 'atombomb' of love in his hand". The ocean in a tea cup (বিন্দুতে সিন্ধু)

Houserman
( Harvard University America )

বাঙলোৰ সন্মুখত এলুমনিয়াম্ ঘৰত পুৱ মুখাকৈ শ্ৰীশ্ৰীঠাকুৰ



সমৱেত নৰ-নাৰী ভক্তবৃন্দৰ মাজত দেৱাদিদেৱ মহাদেৱৰ নিচিনাকৈ ঠম্‌ঠমে বহি আছে; সুশ্ৰী সুকান্তি তেওঁৰ দেৱশৰীৰৰ দ্বাৰা জ্যোতি বিকিৰণ কৰি। যেন গ্ৰহপুঞ্জৰ মাজত সূৰ্য্যদেৱ, ৰশ্মিৰ অধিপতি। মনুষ্যলোকৰ মাজত আদি অধ্যাপক, জ্ঞান সাগৰেৰে ভক্তবৃন্দক প্লাবিত কৰি তুলিছে। মাজে মাজে হোকাটানে আৰু তেওঁৰ স্বাভাৱিক উৰ্দ্ধদৃষ্টিৰে অন্তৰীক্ষলৈ চায়। দুই এজনৰ লগত কথাও পাতে, আৰু মুচুকীয়া হাঁহিৰে হাঁহে। তেওঁৰ সুন্দৰ দেৱশৰীৰৰ শ্ৰীমুখৰ ফালে সকলোৰে অপলক দৃষ্টি। তেওঁৰ চুটি চুটিকৈ কাটা কেশাবৃত মস্তক, কৰ্ণৰ উৰ্দ্ধ দূৰদৃষ্টিপূৰ্ণ নেত্ৰ, সৰু গোঁফালিপূৰ্ণ উজ্জল মুখ, শ্বেত উত্তৰীয় আবৃত সুঠাম মুকলি শৰীৰ, আজানু লম্বিত হাত, পাদুকা ব্যৱহৃত পদ্মসম ভৰি দুখনিৰ শোভা সৎসঙ্গ জগতত এক আকাঙ্ক্ষিত দৃশ্য। 'মানুহজনৰ' সকলোৰে লগত সাধাৰণ ভাবেই ব্যৱহাৰ। তেওঁৰ লগত কোনো যাছ নাই। তথাপি মানুহক আকৰ্ষণ কৰিব পাৰে। তেওঁৰ ঐশ্বৰিক প্ৰজ্ঞা, পৃথিবীৰ নামকৰা বিশ্ববিদ্যালয়ৰ কৃতী ছাত্ৰৰো তুলনা হব নোৱাৰে। সেয়ে দেশ বিদেশৰ পৰা পণ্ডিত আহি তেওঁৰ ওচৰত জ্ঞানশিকে, ধৰ্ম্ম-শিকে, নীতি শিকে, আচৰণশিকে, সাংসাৰিক জীৱনৰ সকলো শিকে। তেওঁৰ খাদ্যত নিৰামিষ, পিন্ধনত পবিত্ৰ শ্বেত বস্ত্ৰ, ব্যৱহাৰত প্ৰকৃত ব্ৰাহ্মণ কথাত সাত্বিক ভাব, উপদেশত 'বাচা আৰু বাঢ়া' (Being and Becoming), লক্ষণত এজন মহাপুৰুষ, আৰু পৰিচয়ত তেওঁ আজি পুৰুষোত্তম।

আমি কিছু ওচৰলৈ আহি দূৰৰ পৰা ৰোহিনীক এই নতুন 'মানুহ'জনৰ প্ৰতি আঙুলিয়াই দিলোঁ। যিজন ভক্তাৰ ওপৰত বগাচাদৰ পাৰি দুইফালে দুটা দীঘলীয়া বগা গাৰু কাষতলৈ গুৰগুৰী হোকা এটাৰ অলপ ওচৰতে বহি আছে; আৰু আশেপাশে মানুহৰ জুম। আমিও গৈ সেই জুমৰ লগতে একাষে (দক্ষিণকাষে) আসন

কৰি বহিলো, ঠিক বাঙলোৰ বাৰান্দাৰ কাষতে। ৰোহিণীয়ে ওচৰতে বহি থকা বয়সীয়াল বঙালী মহিলা কেইজনী মানৰ লগত বাৰান্দাৰ পিৰালিত বহি ঠাকুৰৰ ফালে চাই থাকিব ধৰিলে। নবাগত মহিলা দেখি বঙালী মহিলা কেইজনীয়ে ৰোহিণীক সোধা-পোচা কৰিব ধৰিলে; কিন্তু ৰোহিণীৰ মুখৰ মাত নাই। বঙালী ভাষা তাই বুজি নেপায়। পিন্ধোনত ৰিহা-মেখেলা দেখি, অসমৰ পৰা অহাবুলি তেওঁলোকে বুজি ললে; আৰু বাকী মোৰ পৰা ভাঙনি পাই নতুন বিবাহিতা ছোৱালী বুলিও ৰোহিণীক জানিব পাৰিলে।

অল্পপ পাচতে ছড়দাৰ পৌৰহিত্যত ঠাকুৰৰ প্ৰতি সমবেত বিনতী প্ৰাৰ্থনা আৰু প্ৰণাম কৰা হল; আৰু ইয়াৰ পাচতেই প্ৰণামী অৰ্ঘ অৰ্পণ কৰি ঠাকুৰৰ ওচৰত আমাৰ আগমনৰ পৰিচয় দিলোঁ। শ্ৰীশ্ৰীঠাকুৰে আমাৰ থকাৰ বন্দৰস্তৰ কথা সুধি, আনন্দ-বজাৰত (অতিথি ভোজনালয়ত) খাবৰ নিৰ্দ্দেশ দিলে। সন্ধ্যাৰ কিছু সময় শ্ৰীশ্ৰীঠাকুৰৰ সান্নিধ্য লাভ কৰি আনন্দবজাৰত খোৱা শেষ কৰি আজিৰ কাৰণে অশোক আশ্ৰমত আহি বিশ্ৰাম কৰিলোহি।

পিচদিনা মঙ্গলবাৰ, বাত্তিপুৰা (জানুৱাৰী মাহৰ ৬ তাৰিখে) সোনকালে উঠি গা-পা ধুইলৈ শ্ৰীশ্ৰীঠাকুৰক প্ৰণাম কৰিবলৈ যোৱা হল; আৰু লগতে বিদায় লোৱাৰ কাৰণেও অনুমতি প্ৰাৰ্থনা কৰিলোঁ। তেওঁ শাৰীৰিক ভঙ্গীৰে অনুমতিৰ ইঙ্গিত দিলে। ৰোহিণীক আশ্ৰমৰ চাৰিওফালে ফিলানথ্ৰোফী, পাব্লিচিং হাউচ, হস্পিতাল, ৱাৰ্কসপ আদি দেখুৱাই আনন্দবজাৰত খাবলৈ আহিলো। আজি শ্ৰীমতীৰ লগত কলিকতালৈ যাত্ৰা কৰাৰ উদ্দেশ্যে ওলালোঁ। বৈদ্যনাথ ধামৰ পৰা পোণে পোণে ৰেলৰ ডাঙৰ প্ৰধান লাইনৰ মেলইট্ৰেইনৰ লগত সংযোগহৈ জচিদি ষ্টেচনেদি কলিকতালৈ যায়,



সন্ধ্যা আঠ বজাৰ সময়ত। আমি এই গাড়ীতে ৰাত্তি শুৱৰ কাৰণে ঠাই কৰিলৈ শান্তিৰে ৰাত্তিপুৱা হাওঁৰাষ্টেচন পালোগৈ। ষ্টেচনৰ পৰা টেক্সি এখনত উঠি হাওঁৰাৰ দলঙৰ ওপৰেদি ৰোহিণীক দেখুৱাইলৈ শিয়ালদহ ষ্টেচনৰ ওচৰত এখন সৰু হোটেলৰ বিলাসী কক্ষ এটি দুদিনৰ কাৰণে দখল কৰিলোঁ।

## কলিকতা

ই কলিকতা মহানগৰী; য'ত ৪৫ লাখ মানুহৰ বসতি। ৰোহিণীয়ে আজি এই শুভক্ষণত ইমান কম বয়সতে (২১ বছৰ বয়সত) গাভৰু জীৱনত বিলাসত কটাবলৈ দুদিনৰ কাৰণে হলেও নিজৰ প্ৰাণ-প্ৰিয়ৰ লগত কলিকতা মহানগৰিত আহিবৰ কিমান ভাগ্য লাভ কৰিছে। তাইৰ কিমান আনন্দ! উঠি অহা যৌৱনক উপভোগ কৰিবলৈ সুদূৰ অসমৰ পৰা আপোন প্ৰিয়ৰ লগত এনেকুৱা কলিকতা মহানগৰিত ভ্ৰমণ সকলো অসমীয়া গাভৰুৰ ভাগ্যত নঘটে। ৰোহিণীয়ে কুমাৰী জীৱনত গুৱাহাটী-শিলং আদি ঘূৰিছে যদিও, লগত প্ৰাণ-প্ৰিয় নাছিল, আৰু বিদেশত এনে কলিকতাৰ নিচিনা মহানগৰিত আহিবৰো কোনো সুযোগ পোৱা নাছিল। কিন্তু আজি তাইৰ পতিলাতে বিদেশত ঘূৰিবলৈ ভাগ্যত ঘটিল। একৈশ বছৰীয়া নাৰী যৌৱন বিলাসী পতিৰ লগত বিলাসী চহৰত ফুৰিবৰ উপযুক্ত বয়স। এই সুযোগ তাই জীৱনত কিয় হেৰুৱাব? সেয়েহে তাই বিয়াৰ পাচতে দীৰ্ঘ সাত মাহ কাল পতিৰ অভাৱে কঠোৰ বিৰহত ভুগীছে। এই বিৰহৰ প্ৰতিফল তাই অনুভৱ কৰিব পাৰিছে, আজিৰ এই 'পিয়া মিলন'। ৰতিৰ পতিদাতা মহাদেৱক তাই মনে মনে আকৌ নাৰীহৃদয়ৰ প্ৰণামটি জনায়।

বেঁকী নদীৰ পাৰৰ চন্তাবাৰীৰ ৰোহিণী আজি নতুন পতিৰ লগত কলিকতা মহানগৰিত 'সোহাগৰাত' কটাবলৈ আহিছে! যাক

ইংৰাজীত 'হানিমুন' (Honey moon) বোলে। হয়তো, পৃথিবীৰ নামকৰা ৰাণী, মহাৰাণী, ৰাজকুমাৰীবিলাকে বিয়াৰ পাচতে সিহঁতে পতিৰ লগত 'হানিমুন' পালিবলৈ দূৰদেশৰ স্বাস্থ্যকৰ পাহাৰলৈ, বিদেশৰ বিলাসী চহৰলৈ সমুদ্ৰ-মাজৰ সুন্দৰ দ্বীপলৈ, নাইবা ভ্ৰমণৰত সামুদ্ৰিক জাহাজলৈ যায়, নিজৰ বিবাহিত নাৰী জীৱনক সাৰ্থক কৰিবলৈ। গতিকে মোৰ ৰোহিণীও স্বামী বিৰহত ভুগী অহা ক্ষুদ্ৰ নাৰী হৃদয়টিক সান্তনা, সাৰ্থক আৰু সম্বৰ্দ্ধনা কৰিবলৈ প্ৰবাসী পতিৰ দুৰ্লভ সঙ্গলাভত কলিকতা মহানগৰিত আজি 'সোহাগৰাত' কতাবলৈ আহিছে। এই সময়ত তাই পতিক কিমান আদৰ কৰে! কিমান মৰম কৰে!! ৰোহিণীয়ে 'হানিমুন' নেজানে আৰু সোহাগৰাতও নুবুজে; মাত্ৰ বুজে পতিৰ সঙ্গলাভ। এয়ে তাইৰ নাৰী জীৱনৰ তৃপ্তি, আন্তৰিক কামনা আৰু ভৱিষ্যত আকাঙ্ক্ষা!

মোৰ সহচৰী ৰোহিণী আজি এই কলিকতা মহানগৰিত। ই এখন 'মেট্ৰোপলিটিয়ান্' তথা 'কস্মোপলিটিয়ান্' চহৰ। ইয়াত কোনে কাক সোধে? অহাই আহিছে, যোৱাই গৈছে। পৃথিবীৰ সকলো প্ৰকাৰৰ মানুহৰ ঢং ইয়াত দেখিবলৈ পোৱা যায়। যেন সাংসাৰিক জীৱনৰ প্ৰদৰ্শনীহে। ইয়াৰ ভিতৰত আমিও দুজন। ইয়াত অবাধে ঘূৰিবৰ কাৰণে সুন্দৰ-সুন্দৰ প্ৰশস্ত ৰাজবাটত মানুহে টনা-ট্ৰোলী, ঘোঁৰাৰ বাগী, টেক্সি, বাচ, ডবলডেকৰ মটৰ, ট্ৰাম আদিৰ অভাৱ নাই;—ভ্ৰমণকাৰীৰ কাৰণে, তথা মোৰ আৰু ৰোহিণীৰ কাৰণেও। সেয়ে আমাৰ সুলভ্য দুই দিনৰ সময়ত ব্যস্ততাৰে কলিকতাৰ একোণৰ পৰা আনকোণলৈ, খিদিৰপুৰৰ পৰা আলিপুৰ, ভবানীপুৰ' বেৰেকপুৰ, তথা বহুবাজাৰ, বৌবাজাৰ, শ্যামবাজাৰ আৰু কত' বজাৰ এখন ট্ৰামৰ পৰা অন্য এখন ট্ৰামলৈ বগাব ধৰিলোঁ। ৰোহিণীৰ ট্ৰামত উঠা অভ্যাস এয়ে নতুন। গতিকে কলিকতা



চহৰত গাৱঁলীয়া পতি-পত্নীৰ ব্যৱহাৰত, তথা অগা-পিচাকৈ চলিবলৈ সময় আৰু সুবিধা হুয়োটাই ঠেক। সেয়ে ৰোহিণীয়ে মোক ডেকা-বন্ধু-Boy friend হিচাপে ট্ৰামত উঠোতেও হাতত ধৰি নামোতেও হাতত ধৰিব লগাত পৰিল। নতুন দম্পতীৰ জীৱনত আৰু ডেকা বন্ধু-বান্ধবীৰ মিলনত কলিকতা চহৰত ঘূৰা-ফুৰাৰ ই এটা 'ফেশ্যনও' (Fashion); লগতে নতুন সঙ্গী যাত্ৰীৰ কাৰণে পৃথকতাৰ সম্ভাব্য বিপদৰ প্ৰতিক্ষাও। তথাপিও এই মহানগৰিত সদায় দুটিৰ এটি গাভৰু হেৰোৱাৰ খবৰৰ অভাৱ নাই। সেয়ে মোৰ সহচৰী জনীক আৰু টানকৈ খামোচি ধৰি ট্ৰাম আৰু বাচত উঠা নমাত সহায় কৰিব ধৰিলোঁ।

ইতিমধ্যে মোৰ ৰোহিণীয়ে মেট্ৰোপলিটিয়ান্ চহৰত ফুৰিবৰ অভ্যস্তহে আছিল। কলিকতাৰ অন্য গাভৰুবিলাকৰ নিচিনাকৈ তাইও জনপূৰ্ণ ৰেষ্টুৰেণ্টত বহি 'কোল্ডড্ৰিঙ্ক' আৰু 'হটড্ৰিঙ্ক' (Cold-drink and Hot drink) ব্যৱহাৰ কৰিবলৈ ইচ্ছা কৰা হল। সন্ধ্যা নিউমাৰ্কেটতগৈ একো নহলেও এক-আধ পোৱা আঙুৰ কিনিবৰ কাৰণে ঘূৰিবলৈও আৱশ্যক বোধকৰা হল। লগতে আবেলি পৰত বালিগঞ্জ লেক, কলেজ স্কোয়াৰ, ৱালিংটন স্কোয়াৰ আদি পুখুৰীৰ পাৰত ফুৰিবলৈ মনযোৱা হল।

দ্বিতীয় দিন,—ভিক্তোৰিয়া মেম'ৰীয়েল আৰু চিৰিয়াখানাৰ ডাঙৰ ডাঙৰ ঢেকীয়াপতিয়া, বগা বাঘ: গুজৰাটৰ সিংহ, চাইবেৰিয়াৰ বগা ভালুক; আফ্ৰিকাৰ জেব্ৰা, জিৰাফ; প্ৰশান্ত মহাসাগৰৰ জলহস্তী, অষ্ট্ৰেলিয়াৰ কেঙাৰু, চাহাৰাৰ উটচৰাই আদি চাই ঘূৰি অহাৰ পাচত চৌৰাঙ্গীৰোডত ফুৰুতে সন্ধ্যা মেট্ৰো চিনেমাৰ বুকিং খিৰিকিৰ ওচৰতো 'কিউট' (Queue) ঠিয় হবলৈ ৰোহিণীয়ে উচটাই দিলে। সন্ধ্যা ভ্ৰমণৰ কাৰণে চৌৰাঙ্গীৰোডেই কলিকতাৰ ভিতৰত বাচকবনিয়া ঠাই। তাৰোপৰি 'মেট্ৰো' চিনেমা চৌৰাঙ্গীৰ ভিতৰত

ইংলিচ দৰ্শকৰ ঘাইকেন্দ্ৰ। ভাল ফিল্ম থাকিলে এক-ডেৰ ঘণ্টা আগৰ পৰাই টিকেটৰ কাৰণে লাইন লগাই ভদ্ৰ সমাজত ভদ্ৰতাৰ পৰিচয় দিব লগাত পৰে। আজি আমিও সাময়িক মনোৰঞ্জনৰ কাৰণে গৰিষ্ঠ সংখ্যক এঙ্গলোইণ্ডিয়ান গাভৰু আৰু দম্পত্তীৰ লগত মোৰ ৰোহিণীকো ঠেলামাৰি 'মেট্ৰো'ৰ ভিতৰত নিজৰ কাষত বহুৱাই ললোঁ, উচ্চশ্ৰেণী সমাজৰ মাজত আমোদৰ ভাগ লবলৈ।

সেইদিন চিনেমাখন আছিল 'দি দফ্ৰিন্ গ্ৰীন্‌লেণ্ড' ( The Dofrin green Land ) শ্ৰীমতীয়ে ভালদৰে ইংৰাজী বুজি নেপালেও ঘটনাৰ ৰঙিন ছবিবিলাক চাই আৰু আৰামদায়ক তাপ-ব্যৱস্থাপক ( Airconditioned ) মেট্ৰোৰ ভিতৰত বহি নিজৰ উঠি অহা গাভৰু জীৱন সাৰ্থক কৰি ললে। এদিন ৰোহিণীক যাদু ঘৰতো ঘূৰালো; আৰু তাত থকা নানা তৰহৰ দেখিবলগীয়াৰ লগতে প্ৰায় ৫০ ফুট মান দীঘল তিমিমাছৰ হাড় এডোখৰো দেখিলে; যিডোখৰ মাছৰ হাড় আমাৰ বৰ ঘৰৰ মাৰলিতকৈও দীঘল। তাই প্ৰথমবাৰৰ কাৰণে ইয়াক দেখি আচৰিত মানিলে।

এইদৰে কলিকতাৰ প্ৰায় চাবলগীয়া ইডেনগাৰ্ডেনকে আদি কৰি ৰোহিণীৰ চকুত তৃপ্তি লগাই, মনত প্ৰেৰণা জগাই, শৰীৰত বসন্ত চৰাই আহিবৰ দিনা আকৌ শ্ৰীমতীয়ে সমুদ্ৰ চাবৰ কাৰণে ইচ্ছা প্ৰকাশ কৰিলে। তেতিয়া প্ৰায় 'গঙ্গাসাগৰ মেলা' বঙ্গোপ-সাগৰৰ পাৰত ডাইমণ্ডহাৰবাৰত আৰম্ভ হব ধৰিছে। শিয়ালদহ ষ্টেচনত ৰাতিপুৱা দহটাৰ ট্ৰেইন এখনত উঠি ৩ ঘণ্টাৰ পাচত ডায়মণ্ড হাৰবাৰত ওলালোঁগৈ। তেতিয়া মেলাৰ কাৰণে কেম্প আদি স্থাপন হব ধৰিছে। যাত্ৰীৰ ভীৰ বৰ বেচি হোৱা নাই যদিও দৰ্শকৰ অভাৱ নাই। লাহে লাহে আমিও সাগৰৰ পাৰতগৈ ৰোহিণীৰ চকুত দূৰবীণটো লগাই দি দেখাব ধৰিলো, ওচৰেদি যোৱা ডাঙৰ ডাঙৰ সামুদ্ৰিক জাহাজৰ গতি। সুবিস্তৃত নীল সাগৰৰ



পথাৰ। অন্যপাৰে সুদূৰত পৰি থকা সুন্দৰ বনৰ মনোমহা দৃশ্য; আৰু বহুদূৰত সাগৰৰ মাজত মাছ চিকাৰীৰ সৰু সৰু পালতৰী দিয়া-বগা পখিলা জাকৰ নিচিনা অগনন নাওঁৰ সমষ্টি। তাইক মনৰ হেপাৰেৰে চাইলব দিলোঁ,—বিশাল বঙ্গোপসাগৰৰ দৃশ্য,সমুদ্ৰৰ ঢৌ আৰু পৃথিৱী জোৰা সাগৰৰ পানী। যিয়ে পৃথিৱীৰ তৃতীয়াংশ গভীৰ সমুদ্ৰৰ ৰূপত আগুৰি আছে, জলৰূপী নাৰায়ণহে। আজি মোৰ ৰোহিণীয়ে ইয়াক হিয়াভৰি চাই লব, আৰু তাইৰ সম্ভাব্য ল'ৰা-ছোৱালীকো কবলৈ সক্ষম হব, এই সমুদ্ৰৰ কাহিনী। য'ত স্বয়ম্ নাৰায়ণৰ আবিৰ্ভাৱ; মৃতুঞ্জয়ী অমৃতৰ অনুসন্ধান; তথা দেৱাসুৰৰ সাগৰ মন্থন। ইতিমধ্যে সাগৰৰ পাৰত তাইৰ আগে-পাচে কেবাটিও ফোটোতুলি ৰাখিলো, সুন্দৰী দেহৰ সমুদ্ৰ পাৰত ভ্ৰমণ কাহিনীৰ বৰ্ণনা দিবলৈ।

সাগৰৰ পাৰৰ পৰা পাঁচটা বজাৰ গাড়ীত উঠি কলিকতালৈ ঘূৰিলোঁ; আৰু সেই দিনাই ৰাতিৰ ৯টাৰ অসমমেইলত শিয়াল-দহৰ পৰা ৰোহিণীৰ নতুন ঘৰ আৰামকুটীৰলৈ বুলি শ্ৰীমতীক ঘূৰাইলৈ আহিলোঁ।

ঘৰত আহি ভোগালী বিহু খাবৰ পালো। বহুদিন বাহিৰত থাকি, এইবাৰ ৰোহিনীৰ সৰু ভণীটিৰ লগত বিহু-মেল পাতিবৰ সুবিধা আশাকৰি ভোগালী বিহুৰ ভোগ বিচাৰি ৰোহিণীৰ লগত ত্ৰিবেনীৰ ঘৰলৈ আহিলোঁ। সৰু ভণী, গাভৰু বয়স। মোৰ ৰোহিণীৰ বিৰহত এইজনী ত্ৰিবেনীয়ে আছিল সহচৰী যেন 'প্ৰিয়ম্-বদা' তথা প্ৰিয়মবাদিনী। আজি তাই মোৰ ভোগালী বিহুওঁতী ত্ৰিবেনী। বিহু উপলক্ষে তাইক জোকাই ভাল লাগিল। ইয়াৰ দুদিন পাচতে মাঘৰ ২ তাৰিখ ( ইং জানুৱাৰী ১৯৫৯ চনত ) শুক্ৰ-বাৰে শুভলগ্নত শ্ৰীমতী ৰোহিণীক সৎনামত দীক্ষাও দিয়া হল, প্ৰতিঋত্বিক চক্ৰপাণিদাৰ দ্বাৰা আপোন আৰামকুটীৰত।

## দাৰ্জিলীং

এতিয়া আকৌ শ্ৰীমতীকলৈ মোৰ সমস্যা হল। বিয়াৰ আগতে মোৰ এনেকুৱা কোনো সমস্যাই কোনো গাভৰুকলৈ হোৱা নাছিল যদিও, এতিয়া ৰোহিণীৰ লাভত তাইয়ে জীৱনত সমস্যাহৈ পৰিল; আৰু বিশেষকৈ সৈনিক বিভাগৰ, তথা প্ৰবাসী জীৱনৰ কাৰণে। শ্ৰীমতীক বাৰ বাৰ অকলে এৰি যাবও ভাল নেলাগে, আৰু অসুবিধাৰ কাৰণে লগতলৈ যাবৰো সমৰ্থহৈ উঠিব পাৰা নাই। সমস্যা ৰোহিণীয়ে মোৰ জীৱনত বেচিকৈ বঢ়াই দিলে; আৰু বা ভবিষ্যতে সমস্যা কিমান বঢ়ায় সেইটো তাইহে জানে। চুটী শেষ হৈ আহিল। ৰোহিণীক আকৌ গাভৰু ভণী দুজনীৰ লগত সঙ্গী কৰি দি দাৰ্জিলীঙত আহি হাজিৰী দিলো। লগতে শ্ৰীমতীক কথা দিও আহিলো, যে অতি সোনকালে তাইক দাৰ্জিলীঙলৈ লৈ আহিম। এইবাৰ ৰোহিণীয়ে দেওঘৰ কলিকতা আৰু সমুদ্ৰৰ হাৱাঁ খাই আহি কিছু শান্তহৈ পৰিছিল। মনত তেনে বিৰহৰ ভাব নাই, শৰীৰত তেনে গৰম নাই; আৰু চিঠিতো তেনে কোনো বিশেষ উল্লেখ নাই। কিন্তু নিজেই কিছু অনুভৱ কৰিব ধৰিলোঁ। দাৰ্জিলীঙৰ নিচিনা ঠাইত ৰোহিণীৰ অভাৱ বৰকৈ অনুভৱ কৰিব ধৰিলো। দাৰ্জিলীঙত অকলে ফুৰি ভাল নলগা হল। দাৰ্জিলীঙৰ শীতল বতাহ শৰীৰত লাগিলেই গৰম অনুভৱ কৰিব ধৰিলো। দাৰ্জিলীঙৰ পাহাৰী ফুল সূৰ্য্যৰ তাপত শুকাই যোৱা যেন দেখিব ধৰিলো। দাৰ্জিলীঙৰ পাহাৰী যুৱতীবিলাকৰ ৰূপ ৰোহিণীতকৈ সেমেকা যেন অনুমান হব ধৰিলে। দাৰ্জিলীঙৰ সজাই থোৱা চাহৰ বাগানবিলাক চাবলৈ ভাল নলগা হল। মনত পৰে ঘনে ঘনে ৰোহিণীলৈ। লগত কাম কৰা বিলাসী গাভৰু নাৰ্চ কেইজনীক দেখিলেও মনত পৰা হল ৰোহিণীৰেই। গতিকে এই সমস্যাত ৰোহিণীক নিজৰ লগত



ৰখাকে ঠিৰাং কৰি কেইদিন মানৰ ছুটীতগৈ অসমৰ পৰা শ্ৰীমতীক এই দাৰ্জিলীং পাহাৰৰ ওপৰলৈ লৈ আহিলো গৈ সৰু ৰেলগাড়ী খনেৰে।

## দাৰ্জিলীঙৰ বসন্ত

ৰোহিণীক ৰাখিবৰ কাৰণে দাৰ্জিলীঙৰ (লীবঙত) সৰু এটি নতুন চৰকাৰী ঘৰ পালো; য'ত আপোন প্ৰিয়া আহি আপোনঘৰ আৰু আপোনাৰ মানুহ সামৰি লব। এই সময়ত দাৰ্জিলীং শীতৰ প্ৰকোপ এৰাই বসন্তত ভৰি দিছে। পাহাৰী সৰু সৰু ফুল গোটেই পাহাৰ খনতে ৰংবেৰঙেৰে ফুটি ওলাইছে। পাহাৰী গাভৰুবিলাকে মুৰত খোখালৈ চাহৰ বাগানত সোমাই পৰিছে। দৰ্শকৰ দল সৰু ট্ৰেইনখনত ( Narrow gauze লাইনৰ গাড়ী ) ভৰী সাত হাজাৰ ফুট ওখ গুমৰেলৱে ষ্টেচনেদি (যি ৰেলৱে ষ্টেচনটো বৰ্ত্তমান ষ্টীম ইঞ্জিনৰ পৃথিবীৰ ভিতৰত আটাইতকৈ ওখ বুলি পৰিগণিত) আহি দাৰ্জিলীং ওলায়হি। চিনেমাৰ নায়ক-নায়িকাৰ দল কান্ধত কেমেৰালৈ পাহাৰে বাগানে ঘূৰি ফুৰে নিজৰ ছবি সংগ্ৰহ কৰিবলৈ। 'চানৰাইজ' (সূৰ্য্যোদয়) চাবলৈ টাইগাৰ হিলত (৯ হাজাৰ ফুট ওখ) আধাৰাতিতে যোৱা ডেকা-গাভৰুৰ এই সময়ত অভাৱ নাই। বিয়লি পৰত দাৰ্জিলীং বজাৰত মানুহৰ ভীৰ দেখিলে পাহাৰত বসন্তৰ হাৱাঁ অহা নিশ্চয় অনুভৱ হয়। সৰু সৰু ঘোঁৰাত উঠি দাৰ্জিলীঙৰ বাটে-পথে ঘূৰি-ফুৰা মতা-তিৰোতাৰ দৰ্শকৰ দল সকলো ফালে চকুত পৰে। ষ্টেন্‌জোচেফ কলেজৰ আৰু চেণ্টপোল স্কুলৰ ছাত্ৰ-ছাত্ৰীবিলাকে পাহাৰৰ মাজে মাজে বনভোজ খাইফুৰাত এই সময়ত দাৰ্জিলীঙৰ বসন্ত ঋতুৰেই লক্ষণ।

## বসন্তৰ নাৰী

এই সময়তেই দাৰ্জিলীঙলৈ মোৰ ৰূপহী ৰোহিণীৰো শুভাগমন। তাইৰ বয়স একৈশ, পূৰ্ণ গাভৰু। নতুন বিবাহিতা যুৱতী, বসন্ত চঞ্চলা নাৰী। চকু যুৰিত লাজুকীয়া ভাব, অন্তৰত কামনাৰ বাণ। মুখত মিচিকিয়া হাঁহি, বুকুত কম্পন। ফুলি উঠা গাভৰু শৰীৰ। পিন্ধোনত ফেচন ; চুলিটাৰীত ভোমোৰা খোপা। যেন দাৰ্জিলীঙৰ বসন্ত ঋতুত তাই বসন্তৰ 'পৰী' এজনী হৈ পৰিল। তাইক দাৰ্জিলীঙৰ 'বনফুল' সজাবৰ কাৰণে পাহাৰত ফুৰিবলৈ লগে লগে লৈ ফুৰিব লগাত পৰিল। গাত সুগন্ধি লগাবৰ কাৰণে 'ইউ-দি-কলোন' কিনিব লগাত পৰিল ; আৰু ওঁঠত লালী লগাবৰ কাৰণে লাল ৰঙৰ বহন বিচাৰিব লগাত পৰিল। হয়োতো, এই সময়তে মোৰ ৰোহিণীক এই বয়সত আৰু এই ঠাইত নসজালে আৰুনো সজাম কেতিয়া ? পূৰ্ণ বসন্তৰ ভাব তাইৰ শৰীৰত। দেখিবলৈ ধুনীয়া, পাহাৰী পখিলাটি যেন হে। গাভৰু দেহৰ বসন্ত স্বাভাৱিকতে মনত ৰাখিব লগীয়া ; লগতে দাৰ্জিলীঙৰ বসন্ত ঋতু ! হয়তো, এই দাৰ্জিলীং পাহাৰতেই এদিন গন্ধৰ্বৰ অপ্সৰা" কিন্নৰী বিলাকে মনৰ হেপাহ পলুৱাই নিজৰ গন্ধৰ্বৰ লগত খেলিছিল, ফুৰিছিল আৰু বা ক'ত পাহাৰী ফুল তুলিছিল। আজি অসমৰ গাভৰু ৰোহিণীজনীয়ে নিজৰ পুৰুষৰ আগে আগে খোপাত ৰঙা ফুলটি গুজি দাৰ্জিলীং পাহাৰৰ উঠা-নমা, একাঁ-বেঁকা বাটেৰে পাহাৰৰ পাইন্ গছৰ মাজে মাজে নিজৰ গাভৰু জীৱনত বসন্ত চৰাই ঋতুৰাজ বসন্তক সম্বৰ্দ্ধনা জনাইছে, নাৰী হৃদয়ৰ কোমল আবেশৰ দ্বাৰা। হায় ! কুৰুৰাজ পাণ্ডু ; এই ঋতুৰাজ বসন্তৰ চঞ্চল কামনাৰ পৰশতেই নিজৰ প্ৰাণ হেৰুৱালে, আপোন তৃপ্তিৰ কামনাত। এইয়ে বসন্ত, এইয়ে নাৰী, এইয়ে মোৰ ৰোহিণী !



এই সময়ত দাৰ্জিলীঙত মোৰ চেনেহী ৰোহিণী জনীক ইমানেই মৰম যাচিছিলোঁ, যেনেকৈ 'ডিউক-অব্ এডিন বৰাই' বিবাহৰ পাচতে তেওঁৰ ঘৈণীজনীক মৰম যাচিছিল। সম্ৰাট জাহাঙ্গীৰে নাৰী নুৰজাহানক জীৱনত যিমান ভাল পাব বিচাৰিছিল, দাৰ্জিলীঙৰ বসন্ত হাৱাঁত এই সময়ত মোৰ যৌৱন সঙ্গিনী ৰোহিণীজনীকো মই সিমানেই ভাল পোৱা উপ যাচিছিলোঁ। নিজৰ ৰাণী মমতাজৰ দাম্পত্য প্ৰেমৰ যি স্মৃতি চাহজাহানে পৃথিৱীত গঢ়ি গলে ; এই সময়ত মোৰ আপোন প্ৰিয়া ৰোহিণীজনীৰ গাভৰু প্ৰেমৰ স্মৃতিও ইয়াতকৈ বেচি মধুৰ যেন জীৱনত অনুভৱ হৈছিল, দাৰ্জিলীঙৰ এই বসন্ত ঋতুত ! এই সময়ত মই মনে মনে অনুভৱ কৰি নিজেই গৌৰৱ বোধ কৰিছিলোঁ, যে বিশ্ব সুন্দৰী প্ৰতিযোগিতাত মোৰ ৰোহিণীৰো ঠাই হব পাৰে (?)।

দাৰ্জিলীঙত বসন্ত ঋতুৰ আয়ুষ প্ৰায় তিনি মাহ। ফাগুন, চ'ত আৰু বহাগ ; অৰ্থাৎ ফেব্ৰুৱাৰীৰ মাজ ভাগৰ পৰা মে'ৰ মাজ ভাগলৈ। এই সময়ৰ ভিতৰতে নামনিৰ পৰা গৰম কাটিবলৈ আৰু ফুৰিবলৈ অহা দলৰ ভীৰ দাৰ্জিলীঙত উপচি পৰে। পাহাৰৰ কোনে কোনে মতা-তিৰোতাৰ নতুন নতুন দৰ্শকৰ দল। এই সময়ত মোৰ ৰোহিণী আৰু মইও দুটাৰে এটা দল। ৰোহিণীক লৈ পাহাৰৰ মাজত ইফালে সিফালে ঘূৰি ফটো তুলিবলৈ ; দাৰ্জিলীঙৰ চৌৰাস্তাৰ পাৰ্কত বহি জিৰণি লবলৈ ; ব্ৰীজহিলত গৈ হিমালয় পৰ্ব্বতাৰোহী ইনষ্টিটিউচনৰ মিউজিয়ম তথা এভাৰেষ্টহীৰো (~~টেনষ্টিটিউচনৰ মিউজিয়ম্ তথা এভাৰেষ্টহীৰো~~) টেনজিঙক চাবলৈ ; বটানিকেল গাৰ্ডেনত গৈ লুকা-ভাকু খেলিবলৈ আমি দাৰ্জিলীঙত যথেষ্ঠ সময় উলিয়াব লগাত পৰিল। এই তিনি মাহে যি সময়, দাৰ্জিলীঙত ফুৰিবলৈ, ঘূৰিবলৈ আৰু চহৰত নানা তৰহৰ মানুহৰ মুখ চাবলৈ। গতিকে মোৰ ৰোহিণী দাৰ্জিলীঙত আহি ঘৰত বহি থকা গাভৰু নহয়।

তাইৰ বয়সো এই সময়ত ঘৰত বহি থকা নহয়, আৰু তাইৰ স্বভাৱো নহয়। এই সময়তেই দাৰ্জিলীঙৰ জালাপাহাৰ, কাটাপাহাৰো চাই আহিলে নিজৰ গিৰিয়েকৰ লগত লগ হৈ অকলে অকলে। তাইক এই সময়ত দাৰ্জিলীঙত কোনে চিনি পায় অসমীয়া গাভৰু বুলি? ঠিক ডাঙৰ চকু দুটিৰে সৈতে বগা গাল দুখনিৰ লগত অলপ চেপেটা নাকটিৰ ঠগ-গঢ়ত ৰোহিণীৰ মুখখনি যেন দাৰ্জিলীঙৰ পাহাৰী নেপালী গাভৰুটিহে ৰূপত অন্যতম্। ৰোহিণীয়ে বিহা-মেখলা এৰি শাৰী পিন্ধিব ধৰিলে, দাৰ্জিলীঙৰ অন্য গাভৰু বিলাকৰ নিচিনাকৈ পাহাৰ বগাবলৈ আৰু ঘোঁৰাত উঠিবলৈ।

দাৰ্জিলীঙত এই সময়তেই আৰু এটি খেল, ঘোঁৰাদৌৰ। বছৰত মে' আৰু অক্টোবৰৰ মাহত দুবাৰকৈ এই খেলটি হয়, দাৰ্জিলীঙৰ ছয় হাজাৰ ফুট ওখ লীবং ৰেচ্‌গ্ৰাউণ্ডত। এই ৰেচ্‌গ্ৰাউণ্ড্‌খন আয়তনত সৰু যদিও দাৰ্জিলীঙৰ ঘোঁৰাৰ কাৰণে ই উপযুক্ত। ই এখন পৃথিৱীৰ ভিতৰতে অন্যতম্ ওখ ৰেচগ্ৰাউণ্ড বুলি উল্লিখিত। ঘোঁৰাদৌৰৰ প্ৰদৰ্শনী আৰম্ভ হল আমাৰ ঘৰৰ ওচৰতে; অৰ্থাৎ লীবঙত। শ্ৰীমতী ৰোহিণীও নাগৰিক অন্য মহিলাবিলাকৰ নিচিনাকৈ ঘোঁৰাত বাজী লগাবলৈ অতি সোনকালে শিকি ললে; আৰু দাৰ্জিলীঙৰ ঘোঁৰাবেচত নিয়মিত গিৰিয়েকৰ পইচা লগাব ধৰিলে, নিজৰ গাভৰু ভাগ্যক লক্ষ কৰি। দাৰ্জিলীঙৰ নাগৰিকবাসীৰ কাৰণে শীতকালৰ পাচত এই ঘোঁৰাদৌৰ বছৰত দুবাৰকৈ হয়। বছেৰেকীয়া ই + এটা খেলাৰ উৎসৱ— আমোদো, লগতে কিছুমানৰ লাভো আৰু কিছুমানৰ সৰ্ব্বনাশো। গতিকে দাৰ্জিলীঙৰ এনেকুৱা নতুন খেলত আমোদত শ্ৰীমতীক বাধা দিবলৈ গিৰিয়েকৰ সাহসেইবা ক'ত? অন্য নাগৰিক মহিলাই যেতিয়া ঘোঁৰাবেচ খেলে, মোৰ ৰোহিণীয়ে নেখেলিবই কিয়? পোৰা-নোপোৰা পাচৰ কথা। খেলত যি আমোদ তাকনো ৰোহিণীয়ে হেৰাব কিয়? বিশেষকৈ দাৰ্জিলীঙৰ এই ঘোঁৰাবেচত গভৰ্ণৰৰ 'কাপ্' বিতৰণ



কৰিবলৈ শ্ৰীমতী পদ্মজা নাইডুজী (বেঙ্গলৰ গভৰ্ণৰ) নিজেই আহি খেলত ভাগ লয়হি। সেয়ে দাৰ্জিলীঙৰ মহিলা সমাজত ঘোঁৰাদৌৰ খেলত উত্তেজনা আৰু বেচি বাঢ়ি উঠে!

দাৰ্জিলীঙৰ বসন্ত, আকাশ নিৰ্ম্মল। ওচৰতে বৰফাবৃত কাঞ্চন জঙ্ঘাৰ টিঙ সূৰ্য্যৰ কিৰণত জিলিকি থাকে। পাহাৰৰ গা ফুলে ৰমক্-জমক্; বজাৰত সুমথিৰা, আপেল, নাচপতি আদি ফলেৰে ভৰা। দৈনিক বজাৰৰ প্ৰত্যেক দোকানতে গাভৰু আৰু পাহাৰী মাইকী বিলাকে ক্ৰেতাক ভুলাব পাৰা সুৰঁলা মাত আৰু সুন্দৰী পোছাক পিন্ধি দোকান আগুৰি বস্তু বেচিবলৈ বহি থাকে। পাহাৰৰ কোলাত মেঘৰ চপৰা লুকা-ভাকু খেলি শীতল বতাহৰ লগত ঘূৰি ফুৰে। পাহাৰী গাভৰু বিলাকৰ গাতো এই সময়ত নিশ্চয় বসন্তৰ হাৱঁা লাগি সিহঁতকো উতলা কৰে!

## বৰ্ষা

দাৰ্জিলীঙৰ ঘোঁৰাদৌৰ শেষ হোৱাৰ লগে লগে পাহাৰী বসন্তবো অৱসান হৈ বৰ্ষা ঋতুত ভৰি দিয়েহি। এই ফল দায়িনী বৰ্ষাত আকাশ মণ্ডল মেঘাবৃত হৈ সদায় গভীৰ ভাবত মগ্ন থাকে। লগে লগে পাহাৰৰ গাত বৰষুণৰ জাক ধাৰাযাৰে পাৰি সৰু সৰু ঝৰণাৰে বৈ ভৈয়ামলৈ গুচি যায়। এই সময়তে পাহাৰী ফুলে ফল ধৰে; লগতে মোৰ ৰোহিণীও সগৰ্ভা হৈ পৰে। দাৰ্জিলীঙত গ্ৰীষ্মঋতুৰ প্ৰাধান্য নাই। সেয়ে বসন্তৰ পাচতে তিনি মাহ—জেঠ, আহাৰ আৰু শাওণ, অৰ্থাৎ মে' মাহৰ মাজ ভাগৰ পৰা আগষ্টৰ মাজ ভাগলৈ বৰ্ষা ঋতুৰেই লীলা— পাহাৰী লাল মাটিক মেমেকা কৰি চাহ গছৰ কাৰণে উৰ্ব্বৰা কৰি তোলে।

## বৰ্ষাৰ নাৰী

দাৰ্জিলীং পাহাৰৰ এই বৰ্ষা ঋতুতেই মোৰ ৰোহিণী বান্ধনত পৰিল। এতিয়া তাই বাহিৰত ফুৰিব নোৱাৰে দাৰ্জিলীঙৰ এই ডবা পিতা বৰষুণৰ কাৰণে; আৰু লগতে নিজৰ দেহৰ মেঘাবৃত নাৰী শৰীৰৰ গধুৰতাৰ কাৰণেও। তাইৰ গা ভাৰী ভাৰী। উদাস নয়ন। নতুন গাভৰুৰ নতুন বৰ্ষাৰ নতুন গা-ভাৰী শৰীৰত বিজুলীৰ প্ৰকোপ, ভিতৰুৱা বজ্ৰৰ আঘাত। মুখখনি সেমেকা, চুলিটাৰী তিতি থকা ক'লা মেঘৰ নিচিনা। আজি কালি তাই ভোমোৰা খোপা নেবান্ধে; মুখত ৰহন নাসানে। বাহিৰত ফুৰিবলৈ ভাল নেপায়। মুখত লাজুকীয়া ভাব, ওঁঠত হাঁহি, বুকুত আশা। তাই আজি কালি বেচি ভাগ চিলাই কামতে ব্যস্ত থাকে, আৰু মোৰ লগত বহু পুৰণা কথা পাতে। তাই এতিয়া মোৰ লগত অকলে। সেয়ে কথা পাতিবলৈ সুবিধা পায়, দাৰ্জিলীঙৰ বাৰিষাৰ কিন্‌কিনিয়া বাতি

### শৰৎ

এইদৰে দাৰ্জিলীঙৰ বাৰিষা শেষ হৈ আহে; বতৰ মুকলি হয়। 'টাইগাৰহিলত' সূৰ্যোদয় দৰ্শনৰ কাৰণে আহ্বান পৰে। ওচৰতে থকা কাঞ্চনজঙ্ঘাৰ বৰফ ভৰি থকা টিঙে দৰ্শকৰ চকু আকৰ্ষণ কৰে। চাহৰ বাগানৰ পৰা দাৰ্জিলীঙৰ যুৱতীবিলাকৰ সুৰ'লা সুৰ বতাহত ভাহি আহে। সৰু সৰু ঘোঁৰাত উঠি ঘূৰি ফুৰা পথিকৰ সংখ্যা ক্ৰমাত বাঢ়ি উঠে। বুদ্ধ মন্দিৰৰ লামাবিলাকে ধনু ভাজুৱা আকাশ স্পৰ্শী শিঙা লৈ ভগবানৰ অনুসন্ধানত দাৰ্জিলীঙৰ সদৰ বাটে বাটে দল বান্ধি ঘুৰি ফুৰে। মোৰ ৰোহিণীও নিজৰ বৰ্ষা ঋতুৰ ভাৰ বদলাবলৈ



দাৰ্জিলীঙৰ আকাশ মুকলি হোৱাৰ লগে লগে আপোন গা মুকলি কৰিবলৈ লীবঙৰ সৈনিক হস্পিতালত ভৰ্ত্তি হয়গৈ, এটি নতুন আশা লৈ। তাইৰ বিবাহিত জীৱনত বৈদ্যনাথজীৰ আশীৰ্ব্বাদৰ ফল আশা কৰি, স্বামীৰ সঙ্গ বিশ্বাস কৰি. ঠাকুৰ দৰ্শনৰ সাফল্য কামনা কৰি দহ মাহে ভুগী অহা শাৰীৰিক অস্বস্তিক হেয় কৰি ৰোহিণীয়ে আজি শৰৎ কালৰ পবিত্ৰ ঋতুত 'মেটাৰনিটি' (Metar-mity) 'ৱাৰ্ডৰ' বিচনাত আশ্ৰয় ললেগৈ, আহিন মাহৰ ১৫ তাৰিখে। তিনি দিন ক্লেশ-সুখ প্ৰিয়তা মাতৃ হৃদয়ে শাৰীৰিক কষ্ট ভুগাৰ পাচত এক শুভ-মুহূৰ্ত্তত ৰোহিণীয়ে আহিনৰ ১৮ তাৰিখ ১৩৬৬ চন, সোমবাৰে ৰাতিপুৱা ৭টা ৩৭ মিনিটত শুক্লপক্ষৰ তৃতীয়া তিথিৰ বিশাখা নক্ষত্ৰত সতীতেজ সম্পন্না এটি কন্যা সন্তানৰ জন্ম মুহূৰ্ত্তত মাতৃ উপাধিৰে ভূষিতা হল; নিজৰ নাৰী জীৱনক সাৰ্থক কৰিবলৈ তথা নাৰীহৃদয়ৰ কামনা পৰিপুৰণ কৰিবলৈ। এয়ে নাৰীৰ কামনা, এয়ে নাৰীৰ সাধনা আৰু এয়ে নাৰীৰ জীৱনত সহিষ্ণুতা মাতৃৰ অধিকাৰত। তাই সকলো দৈহিক কষ্ট পাহৰিলে এই নৱভূমিষ্ঠা কন্যাটিৰ মুখ চাই। মোৰ ৰোহিণীও হয়তো এদিন কেচুৱা আছিল। আৰু আজি হ'ল তাই কেচুৱা এটিৰ মাক। জীৱনৰ পৰিবৰ্ত্তন অজ্ঞাত কাল-চক্ৰৰ লগত নিয়মিত গাঁথা। সেয়ে, মোৰ ৰোহিণী আজি সৰু কেচুৱাটিৰ পৰা সুন্দৰী বালিকা, আৰু ৰূপৱতী গাভৰুত পৰিণত হৈ 'আপোন প্ৰিয়া' সাজি আহিছে মোৰ ওচৰত, নিজৰ গাভৰু নাৰী জীৱনত মাতৃত্বৰ আশা কৰি। যি পুৰুষৰ অনুগ্ৰহত নাৰী জীৱন সাৰ্থক হয়, তাকেই বোধহয় 'স্বামী' বোলে; আৰু এই স্বামীয়েই নাৰীৰ জীৱনত একান্ত কাম্য। যিয়ে বৰ্দ্ধনে, পোষণে, পালনে যা সা নাৰয়তি-নাৰী। সেয়ে এই নৱভূমিষ্ঠ কেচুৱাটিৰ পৰা ৰোহিণীয়ে নিজৰ জীৱনৰ অভিজ্ঞতা লাভ কৰিবলৈ নিশ্চয় সুবিধা পাব। এয়ে তাইৰ মাতৃ জীৱনৰ প্ৰথম পাঠ।

ৰোহিণীয়ে হস্পিতালত এজনী বঙালী মহিলা ডাক্তৰ ক্যেপ্টেইন মিচ্ অঞ্জলী সৰকাৰ আৰু দুজনী গাভৰু নাৰ্চ লেফ্‌টেনেণ্ট মিচ্ চাকো ( মাদ্ৰাচী ) আৰু লেফ্‌টেনেণ্ট মিচ্ বৰ্ম্মাৰ ( পাঞ্জাবীৰ ) তত্ত্বাৱধানত নিজৰ প্ৰসূতি জীৱন নিঃচিন্ত মনে অতিবাহিত কৰিব ধৰিলেও, হিন্দী বুজিব নোৱাৰাৰ কাৰণে তাইৰ কিছু অসুবিধা হৈ পৰিল। সেয়ে হস্পিতালৰ মেট্ৰোন্ মেজৰ মিচ হেল্টনে ( এঙ্গলো-ইণ্ডিয়ান ) মোক প্ৰসূতি ৰোহিণীৰ দু'ভাষী ( Inter-Preter ) নিযুক্ত কৰিলে, আৰু নতুন প্ৰসূতিক 'ষ্টাফৰ' সকলোৱে বৰ আদৰ-যত্ন কৰিব ধৰিলে। যিহেতু মোৰ গৃহিণী বুলিয়েই নহয়, বৰং ৰোহিণী এজনী অসমীয়া নতুন প্ৰসূতি; আৰু তাইৰ স্বাভাৱিক নাৰী স্বভাৱৰ লোকপ্ৰিয় আচাৰ-ব্যৱহাৰৰ কাৰণে। ৰোহিণীৰ এই আকস্মিক প্ৰসূতি জীৱনেই দাৰ্জিলীঙৰ সৈনিক হস্পিতালত হিন্দী শিক্ষাৰ প্ৰথম পাঠশালা আৰু তেতিয়াৰ পৰাই তাই হিন্দী বুজাৰ কাৰণে বৰকৈ 'অনুভৱ কৰিব ধৰিলে।

দাৰ্জিলীঙৰ শৰৎ কাল,—ভাদ্ৰ আৰু আহিন মাহ; দেৱী পূজাৰ ধুমধাম। লগতে শীতৰ আগমনৰ আগে আগে লীবঙত আকৌ এবাৰ অক্টোবৰ মাহত সৰু ঘোঁৰাবিলাকৰ দৌৰ হৈ যায়; আৰু দৰ্শক, পৰিদৰ্শক, ভ্ৰমণকাৰী বিলাকৰ চকুত আৰু মনত দাৰ্জিলীঙৰ তৃপ্তি বিলাই দিয়ে শেষ বাৰলৈ। এই ঋতুতো দাৰ্জিলীঙৰ পাহাৰত ভ্ৰমণকাৰীৰ অভাৱ নাই। লগতে পূজাৰ চুটীটো এই সেউজীয়া গাভৰু পাহাৰখনৰ ওপৰত ভ্ৰমণ কৰি বহু বিলাসী দাম্পতীয়ে আপোন জীৱন সাৰ্থক কৰি লয়।

## শৰতৰ নাৰী

মোৰ ৰোহিণীয়ে নতুন লব্ধ সন্তানটি লৈ 'কন্যাদাত্ৰী' হস্পিতালৰ পৰা ওলাই আহি পাহাৰী শৰৎ ঋতুৰ আশে পাশে ঘূৰি ফুৰা



ৰঙা-বগা মেঘৰ দূতবিলাকৰ দৌৰাত্ম্য চাই নিজৰ মন মুকলি কৰি লয়; আৰু লগতে নিজৰ গাভৰু জীৱনৰ আকস্মিক পৰিবৰ্ত্তন, কোলাত থকা কেচুৱাটিৰ সচেতন ক্ৰিয়াৰ দ্বাৰা এই দাৰ্জিলীং পাহাৰৰ ওপৰত এতিয়া তাই মাতৃত্বৰ দায়িত্ব অনুভৱ কৰিবলৈ বাধ্য হয়। সেয়ে কেতিয়াবা কেতিয়াবা তাই ওচৰতে বহি মোৰ ফালে একেথৰে চাই থাকে, আৰু বোধহয় মনতে ভাবে, স্বামী বিৰহত ভুগী অহা তাইৰ বিবাহিত গাভৰু জীৱনৰ আকাঙ্ক্ষিত স্বামী লাভৰ ফল আজি তাইৰ এটি কন্যা, যাৰ নাম 'ৰাণু'।

আজি কালি ৰোহিণীয়ে ওচৰতে থকা নেপালী ছোৱালীবিলাকক মাতি আনি মিঠাই বিলায়, মৰম কৰে, পূজা খাবলৈ পইচা দিয়ে, আৰু পাহাৰী ফুল খুজি পঠায়। দাৰ্জিলীঙৰ শৰৎ কালৰ শৰৎ ঋতুত নৱভূষিতা মাতৃ ৰোহিণীয়ে সন্তানৰ পালন, কেচুৱাৰ যত্ন আৰু স্বামীৰ পৰিচৰ্য্যা কৰিবলৈ জীৱনত শিকি লবলৈ ব্যস্ত হৈ পৰে। এতিয়া ৰোহিণীৰ শৰীৰ কুমাৰী ছোৱালীৰ নিচিনা পাতল। মন শৰৎ কালৰ নিচিনা প্ৰফুল্লিতা, মুখত ৰঙা মেঘৰ নিচিনা হাঁহি; আৰু তাই এই সময়ত শৰৎ পূজাৰ যেন এজনী পূজাৰিণী।

## পাহাৰী শীত

লগে লগে দাৰ্জিলীঙৰ সুমধুৰ গা-শীতলোৱা, মন উভলোৱা শৰৎ ঋতুৰ শেষ জাননী দি আহি পৰে অতিকায় শীতৰ আগমন। যিয়ে বছৰৰ চাৰি মাহ কাতি, আঘোন, পুহ আৰু মাঘ মাহলৈ দাৰ্জিলীং পাহাৰক আপোন নিহালীৰে মৰমতে আৱৰি ধৰে, লৰা-ছোৱালী, ডেকা-গাভৰু, বুঢ়া-বুঢ়ী সকলোকে। পাহাৰত হেমন্ত ঋতুৰ নাচনী নাই। সেয়ে দাৰ্জিলীঙত শীতৰেই গধুৰতা বেছি; আৰু

এই চাৰি মাহ ঘৰে ঘৰে, তথা কোঠালীয়ে কোঠালীয়ে অগ্নিদেৱৰ পূজাৰ কাৰণে সমাৰোহৰ আয়োজন হৈ থাকে।

দাৰ্জিলীঙৰ শীত ঃ স্কুল-কলেজ বন্ধ হয়। বজাৰত মানুহ পাতল হৈ আহে। ভ্ৰমণকাৰীৰ দল নাইকিয়া হয়। হোটেলবোৰত কিছু অৱসৰ মিলে। বজাৰত সুমথিৰাৰ থুপে ভৰি পৰে। পাহাৰী ফুল কিছুমান ইয়াৰ আগতেই বিদায় লয়। গছ-লতাবোৰেও নিজৰ পৰিবৰ্ত্তনৰ কাৰণে সাজু হব লগাত পৰে। সৰু সৰু ঝৰণাবোৰেও ভাগৰতে কিছুদিনলৈ জিৰণি লয়। এই সময়ত পাহাৰী নীল বৰণীয়া আকাশৰ ওপৰত সূৰ্য্যদেৱে মেঘৰ মাজত লুকা-ভাকু খেলি থাকে। বিশেষকৈ পাহাৰী ছোৱালী, তথা গাভৰুবিলাকৰ গাল দুখনি সেন্দুৰী বৰণৰ ৰঙচুৱা হৈ পৰে, এই দাৰ্জিলীঙৰ শকত শীতৰ কোমল স্পৰ্শত। বুঢ়াই-বুঢ়ীক লগ ধৰে জুইশালত কথা পাতিবলৈ। কেচুৱাই মাকৰ বুকুত আশ্ৰয় লয় শীতৰ উম্ লগাবলৈ। ডেকা দম্পতীয়ে শেতেলীৰ ওচৰ চাপে নিজৰ সপোন ৰচিবলৈ; তথা মোৰ ৰোহিণীও দাৰ্জিলীঙৰ শীতৰ ৰাতি নবাগত কেচুৱা ৰাণুটিক বুকুত লৈ লেপৰ তলত সোমায়, মোৰ লগত কথা পাতি শীত কমাবলৈ।

## শীতৰ ৰোহিণী

শীতৰ ৰোহিণী, কেচুৱা এটিৰ মাক। মনত আগৰ নিচিনা সিমান প্ৰেৰণা, তথা উত্তেজনা নাই। শাৰীৰিক বিলাসো কমি আহিছে ঋতু পৰিবৰ্ত্তনৰ লগে লগে। উখোহা চুৱা চুলি, বান্ধিবলৈ হেলা কৰে। চকুৰ দৃষ্টিত সিমান উজ্জ্বলতা নাই, লগতে আগৰ নিচিনা কাঁজলৰ দাঁগো নপৰে গাভৰু গাল দুখনি শীতৰ চেঁচা ৰতাহত শেতাপৰি থাকিলেও ৰহন সানিবলৈ ইচ্ছা নকৰে। ওঁঠ দুটি শুকান,



'লিপ্‌ষ্টিকৰ' ঠাইত 'লিপ্‌চল' আৱশ্যক হৈ পৰে। ৰোহিণীয়ে আজি কালি ভাল হাঁহি হাঁহিবও পাহৰা হৈছে এই শীতৰ প্ৰকোপত। কাপোৰ পিন্ধাত মোৰ চকু মজাব নোৱাৰে, বসন্ত কালৰ ৰোহিণীটিৰ নিচিনা। একেধাৰে কেচুৱাটিকলৈয়ে ৰহি থাকিবলৈ ইচ্ছা কৰে দাৰ্জিলীঙৰ শীতৰ ৰ'দত। শাৰীৰিক স্নিগ্ধতাও অৱশ, 'ইউ দি কলন্' আদি ব্যৱহাৰ নকৰাৰ কাৰণে, তথা কেচুৱাটিৰ অনিয়ম অঙ্গচালনাৰ কাৰ্য্যৰ কাৰণে। দাম্পত্য প্ৰেমৰ ভাব নেহেৰুৱালেও আগৰ গাভৰু জীৱনৰ মানসিক চঞ্চলতা নাই। কেচুৱা এটিৰ মাক হোৱাৰ লগে লগে স্বাভাৱিক নাৰী ধৈৰ্য্য অজ্ঞাতে দেখা দিব ধৰিছে ৰোহিণীৰ চৰিত্ৰত। মোক নেপাহৰিলেও দ্বিতীয় ঠাইত অনুভৱ কৰিবলৈ ইচ্ছা কৰে. তাইৰ দৈনন্দিন কাৰ্য্যক্ৰমত। শাৰীৰিক স্পৰ্শত নাৰীয়ে আগৰ নিচিনা চেতন অনুভৱ নকৰে, তথা ৰৰ বিশেষত্ব প্ৰকাশ নকৰে, আৱশ্যক নহলে বাহিৰত ফুৰিবৰো ইচ্ছা নকৰে, এই শীতৰ বতৰত। এনেকৈ ঋতু পৰিবৰ্ত্তনৰ লগে লগে দাৰ্জিলীং পাহাৰত স্বামীযুক্তা, তথা সন্তান লভ্যা নাৰীৰ গাভৰু জীৱনো ঋতু সাপেক্ষে পৰিবৰ্ত্তনত যৌৱন, ৰূপ, স্বভাৱ, বিলাস, তথা নাৰী চৰিত্ৰৰ মানসিক পৰিবৰ্ত্তন আহি পৰে মোৰ ৰোহিণীৰ জীৱনত। যিয়ে কেচুৱাৰ মাক হৈ স্বামীৰ আগছোৱা জীৱনৰ পৰিচয় জানিবলৈ বৰ আগ্ৰহী হৈ পৰে দাৰ্জিলীঙৰ শীতৰ নিভৃত কক্ষত।

দাৰ্জিলীঙৰ মাঘ মাহৰ শীতৰ ৰাতি। নিৰ্জন সৰু কোঠাটিত মই, মোৰ ৰোহিণী আৰু আমাৰ নতুন লভ্য কেচুৱা ৰাণুটি; যাৰ বয়স তেতিয়ালৈ পাঁচ মাহত সোমাইছে। গোটেই ৰাতিটো কোঠালীৰ জুই শালত কয়লা জ্বলি থাকে, আমাক উম্ লগাই ৰাখিবলৈ। সোনকালে টোপনী নাহে; সেয়ে মোৰ ৰোহিণীয়ে বাৰে বাৰে সুধিছে, মোৰ বিবাহিত জীৱনৰ আগৰ কথা। অৱশেষত তাইক

সন্তুষ্ট কৰিবলৈ তাইৰ বুকুৰ কেচুৰাটিক অলপ জোকাই দি ৰোহিণীৰ মুখত এটি চুমা যাচিলোঁ ; আৰু লগে লগে আপোন বিগত জীৱনৰ কিছু স্মৃতিৰ কাহিনী তাইৰ আগত সোঁৱৰাব ধৰিলোঁ। ৰোহিণীয়ে ভাল বেয়া সকলো কাণ পাতি শুনিব ধৰিলে মোৰ জীৱন কাহিনী :—

## কৰ্ম্মময় জীৱন যাত্ৰা

ৰোহিণীক কব ধৰিলোঁ :— "স্কুলত থাকোতে অধ্যাইতং ছাত্ৰ-বিলাকৰ ভিতৰত মইও এজন আছিলোঁ ; যিয়ে দল পোকোৱা আৰু কাজিয়াত ভাগ লোৱাত স্বাভাৱিক অধিকাৰ আছে বুলি ভাবিছিলোঁ। স্কুলত বেচি দূৰ পঢ়িবলৈ নহল, নিজৰ ওপৰত শাসন নথকাৰ কাৰণে ; আৰু বিশেষকৈ লগত পঢ়া ছাত্ৰী এজনীৰ প্ৰতি মানসিক (বিকাৰগ্ৰস্থ) ভাব বৃদ্ধি হোৱাৰ কাৰণে। মোৰ এই অমঙ্গল, তথা আৱশ্যকীয় সুবিধাৰ হেতু হৈছিল, প্ৰত্যেক শ্ৰেণীতে মই 'মনিটৰ' (Monitor) হবৰ সুবিধা পোৱাৰ কাৰণে। যিজনী বান্ধবীৰ ভাবে মোৰ 'আপোন-প্ৰিয়াৰ' ^স্কুল সৃষ্টি ; আৰু 'প্ৰিয়াৰ ছবিৰ' গঢ় লয়।* এইবিলাক কোৱাত মোৰ ৰোহিণীয়ে বিশেষ অস্বস্তিবোধ নকৰা যেন পালোঁ। কাৰণ তাই বুজিলে, সবল মানুহৰ জীৱনত ঘটিবলৈ একো নাই ; যি ঘটে সকলো বে-সবল মানুহৰ জীৱনতেই।

স্কুলৰ পৰা ওলাই 'শান্তি আশ্ৰম' গঢ়িবলৈ আগবাঢ়িলো ইংৰাজী ১৯৪১ চনত, সদাশয় শিক্ষক চক্ৰপাণি দাসৰ লগত ; যিয়ে সৎসঙ্গৰ ভাবধাৰা আমাৰ কিছুমান ছাত্ৰৰ ভিতৰত বিয়পাই দিছিল। ইংৰাজী ১৯৪২ চন, দেশজুৰি দুৰ্ভিক্ষ ; লগতে ৰাজবিদ্ৰোহ, আৰু যুদ্ধৰ তাণ্ডৱ লীলা। এই সকলোৱে মিলি শান্তি আশ্ৰম গঢ়াত বাধা জন্মালে। বিশেষকৈ দুৰ্ভিক্ষৰ হেচাই। এতিয়া নিজৰ নিজৰ জীৱিকাৰ উপায় বিচাৰিব লগাত পৰিল স্বাৱলম্বী হৈ।



*দ্বিতীয় ভাগ আপোন-প্ৰিয়াৰ (কাব্য সংকলনৰ) প্ৰথম কবিতা।

## সৈনিক

ইংৰাজী ১৯৪৪ চন; মোৰ বয়স উনৈশ বছৰ। সৈনিক বিভাগত মানুহৰ আৱশ্যক। গতিকে মোকো আৱশ্যক হৈ পৰিল দেশৰ কাৰণে। যদিও স্বাস্থ্য সিমান ভাল নাছিল, তথাপি সৈনিকৰ চিকিৎসা বিভাগত ( Army Medical Corps ) ঠাই পালোঁ, ৰোগী সেৱাৰ কাৰণে। মনতে সন্তুষ্টি লাভ কৰিলো। জীৱনত কৃতাৰ্থ অনুভৱ কৰিলো, যে, ইও এটা মানৱ জীৱনৰ কৰ্ত্তব্য। দেশ সেৱাতকৈ মানৱ সেৱা, তথা ৰোগীসেৱাৰ মাহাত্ম্য আৰু মহত্ব যে বেচি, এই বুলি মনতে অনুভৱ হল। দেশ সেৱাৰ মানে আজিৰ দিনত ফাঁকিৰ সেৱা ; অৰ্থাৎ পৰোক্ষভাবে নিজকে আনতকৈ ডাঙৰ কৰি লবৰ চেষ্টাৰ সেৱা। কিন্তু ৰোগী সেৱাততো এই ঘৃণে ধৰা বুদ্ধি নাই, এইটোৱে মনতে অনুভৱ হল ; আৰু জীৱনত এটা ডাঙৰ দায়িত্ব আৰু কৰ্ত্তব্য পাই মনে মনে গৌৰৱো অনুভৱ কৰিলোঁ।

ইতিমধ্যে লক্ষ্ণৌত তিনি মাহৰ সৈনিক শিক্ষা শেষ কৰি বিহাৰৰ দানাপুৰত ইণ্ডিয়ান বেচ্ জেনেৰেল হস্পিতালত (I B G H) মেডিকেল শিক্ষা লবলৈ আহি পালোঁ। ইংৰাজী ১৯৪৫ চনৰ আগ ভাগতে। যুদ্ধৰো শেষ জাননী পৰিছে ; আৰু আমি পাটনা চহৰৰ ছাউনীত গৈ আগষ্ট মাহৰ ১৫ তাৰিখে 'ভিক্টোৰী' প্ৰদৰ্শনী পেৰেড্ ( ইং ১৯৪৫ চনত ) শেষ কৰিলোঁ। কেইমাহ মানৰ পাচত যেতিয়া আমাৰ এই এক হাজাৰ ৰোগী থাকিব পৰা হস্পিতালটো বন্ধ হৈ পৰিল ; তেতিয়া সকলোৱে মধ্যভাৰতৰ নাছিকৰ ওচৰত দেৱলালী আহি পালোগৈ। তেতিয়া দেৱলালী এ-এম্-চিৰ ( A M C ) ডিমবিলাইজ ( Demobilize ) আৰু পোষ্টিং ( Posting ) চেন্টাৰ ; য'ত হাজাৰ

হাজাৰ সৈনিকৰ সমাগম। যুদ্ধ শেষৰ পাচত যিসকলে ঘৰলৈ যাব খোজে, সি সকলে অনুমতি পালে; আৰু বাকীবিলাকৰ কাৰণে ঠায়ে ঠায়ে পোষ্টিং হব ধৰিলে। কিছুদিন দেৱলালী চেণ্টাৰত থকাৰ পাচত মোৰ নাম আহিলে অভাৰ-চি-চাৰ্ভিচৰ (সমুদ্ৰ সিপাৰৰ বিদেশৰ চাকৰীৰ) কাৰণে। বিদেশত যাবৰ কাৰণে কলিকতাৰ বেৰেকপুৰৰ 'ট্ৰেন্‌চিত কেম্পত' আহি পালো; আৰু তাৰ পৰা 'পাচপোৰ্ট' আদিৰ সকলো বন্দবস্ত কৰি মাদ্ৰাজৰ ভিজিগাপট্টম্ বন্দৰলৈ ৰাওঁনা কৰিলোঁ, সমুদ্ৰ পাৰ হৈ বিদেশলৈ যাবলৈ বুলি।

## ভাৰত মহাসাগৰ

ইংৰাজী ১৯৪৬ চনৰ জুন মাহৰ ২৬ তাৰিখ। ৰোহিণী! মোৰ এই একৈশ বছৰ বয়সত প্ৰথম বাৰৰ কাৰণে মই ভাৰত মহাসাগৰৰ বুকুত যাত্ৰা কৰিবলৈ বুলি, ভিজিগাপট্টম্ বন্দৰৰ পৰা 'চিটি অব্ কেণ্টাৰবাৰী' (City of Canterbary) নামৰ বৃটিচ যাত্ৰীবাহী জাহাজ এখনত উঠিলোঁ। যিয়ে আমাক সুদীৰ্ঘ ৯ দিন মহাসমুদ্ৰৰ কঠিন মহাযাত্ৰাৰ পাচত পৃথিবীৰ দক্ষিণ-পূৱ প্ৰান্তত থকা জাভাদ্বীপৰ প্ৰধান নগৰ বাটাভিয়.-বাটাভিয়াৰ বৰ্ত্তমান নাম ঃ জাকাৰ্ত্তা। বন্দৰলৈ সুৰক্ষিতভাবে বৈ নিয়ে। ৰোহিণী! মহাসমুদ্ৰৰ ভ্ৰমণৰ সুখ-দুখৰ কথা তোমাক কি কম? যিয়ে মহাসাগৰত ঘূৰিছে, সিহঁতেহে জানে। আমাৰ জাহাজত আমি প্ৰায় তিনিশমান যাত্ৰী আছিলোঁ। ইয়াৰ ভিতৰত গুৰ্খা পল্টনৰ এটা ডাঙৰ দল। মোৰ দলৰ ভিতৰত (A M Cৰ) আমি মাত্ৰ পাঁচজন; সকলোৰে সমুদ্ৰৰ নতুন যাত্ৰী। ভিজিগাপট্টমৰ পৰা আমাৰ জাহাজ দিনৰ ৩টা মান বজাত সাতুৰ মেলে; আৰু বন্দৰৰ কাষৰ পৰাই সাগৰৰ পৰ্ব্বত সমান ঢৌত 'চিটি অব্ কেণ্টাবৰাৰী' টুলুং-ভুটুং কৰিবলৈ ধৰিলে।



জাহাজৰ ওজন সাত হাজাৰটন আছিল যদিও, পৃথিবী আগুৰি থকা মহাসমুদ্ৰৰ বুকুত পঞ্চাশ বিঘা আয়তনৰ এটা পুখুৰীৰ মাজত এটি সৰু ফৰিঙৰ নিচিনা তুলনাও কৰিব নোৱাৰি। তথাপি ইঞ্জিনৰ জোৰত আমাৰ জাহাজ ঘণ্টাত প্ৰায় ১০।১২ মাইল বেগত দিনে-ৰাতি আমাক টানি নিব ধৰিলে, বিশাল সমুদ্ৰৰ মাজলৈ। মই এই সমুদ্ৰৰ নতুন যাত্ৰাত ভয় কৰা নাছিলোঁ। যদিও, জাহাজৰ অবিৰাম হেন্দোলনিৰ গতিৰ কাৰ্য্যৰ দ্বাৰা জীৱনত অত্যন্ত কষ্ট অনুভৱ কৰিছিলো, প্ৰথম তিনি চাৰি দিন। মূৰ ঘূৰণি আৰু বমিয়ে প্ৰধান উপসৰ্গ, সমুদ্ৰৰ জাহাজ ভ্ৰমণত। যাক ইংৰাজীত 'চি-চিক্‌নেচ্' (Sea Sickness) বুলি কয়। তিনি খোটালী জাহাজৰ মধ্যম খোটালীৰ ডেকৰ পৰা মই উঠি বহিব নোৱাৰা হৈছিলো; জগতে বমি আৰু মূৰৰ ঘূৰণি। তিনি দিনমান একো নেখাইয়ে কটাইছো। মাজে মাজে কেবল মাত্ৰ মুখত লুজন্ চুহিব পাওঁ, যেতিয়া জাহাজৰ মালিকে বিতৰণ কৰে। কষ্ট মাত্ৰ মোৰেই অকলে নাছিল; কম-বেচি পৰিমানে প্ৰায় সকলো যাত্ৰীৰে। পঞ্চম দিন কোনোমতে জাহাজৰ উপৰ কেবিনলৈ উঠি আহো। তেতিয়া জাহাজ মাজ সমুদ্ৰত। উপৰ কেবিনত হেন্দোলন্ অলপ কম অনুভৱ হয় যদিও, শান্তি তাতো নাই, মহাসমুদ্ৰৰ ঢৌৰ কোবত। উপৰলৈ আহি দেখা পালো, চাৰিওফালে পানী-পানী-পানী; কালাপানীৰ পথাৰ! আৰু চাৰিওফালে প্ৰকাণ্ড প্ৰকাণ্ড ঢৌৰ লহৰ; যিয়ে ৪০-৫০ ফুট উপৰৰ জাহাজৰ কেবিনলৈও পানীৰ ছিটা মাৰি পঠায়। মহাসাগৰত এই অনবৰত ঢৌৰ সৃষ্টি কিয় হয় ৰোহিণী, কব পাৰানে? কম বেচি পৰিমাণে বতাহৰ ক্ৰিয়া থাকিলেও বিশেষকৈ পৃথিবীৰ আহ্নিক আৱৰ্ত্তনৰ কাৰ্য্যৰ দ্বাৰা সমুদ্ৰৰ এই বিৰাট ঢৌৰ সৃষ্টি হয় বুলি কয়।

ৰোহিণী! ভাৰত মহাসাগৰৰ মাজখিনি যেতিয়া পাওঁ, দেখিলোঁ আমাৰ জাহাজৰ কাষৰ পৰা সৰু সৰু মাছৰ জাক উৰি উৰি দূৰতগৈ

পৰে! ইয়াৰ বাহিৰে আৰু কোনো জন্তু-জনোৱাৰ, চৰাই-চিৰকটি দেখিবৰ জো নাই। চকুৰ দৃষ্টি, তথা দূৰবীণৰ দৃষ্টিৰ শেষলৈ মাত্র পানী; চাৰিওফালে দিগ্‌বলয়ৰ সীমালৈ আগুৰি আছে মহাসমুদ্ৰৰ পানী। এনেকি এই ৯ দিনৰ মহাসমুদ্ৰৰ যাত্ৰাত কোনো আকাশী জাহাজো আমাৰ দৃষ্টিত নপৰিল। এই সময়ত ৰোহিণী, তুমি অনুমান কৰিব পাৰিবানে (?), আমাৰ এই ক্ষুদ্ৰ জাহাজখন ভাৰত মহাসাগৰৰ মাজখিনিত কিমান গভীৰ পানীৰ ওপৰত ওপঙি আছিল? বোধহয় আমাৰ জাহাজৰ তলত তেতিয়া প্ৰায় তিনি-চাৰি মাইলৰ গভীৰ দ' পানীৰে অনায়াসে সাগৰৰ বুকুখন ভৰি আছিল! মানুহ বুদ্ধিমান; সেয়ে ক্ষুদ্ৰ এখন জাহাজৰ দ্বাৰা ইমান গভীৰ, তথা ইমান বিশাল মহাসাগৰৰ ইপাৰৰ পৰা সিপাৰ হবৰ আকাঙ্ক্ষা কাৰ্য্যত পৰিণত কৰিব পাৰিছে

ইয়াৰ ভিতৰতে মোৰ গা কিছু সুস্থ হৈ আহিছে, তথা সমুদ্ৰ যাত্ৰাৰ অভ্যাস সহ্য হৈ পৰিছে। লগে লগে এই নতুন যাত্ৰাৰ কথা ভাবি, আৰু মহাসাগৰৰ মহাদৃশ্য উপভোগ কৰি মনতো যথেষ্ট সৰলতা আনিছো। নাহিব কিয়? সেই তেতিয়াৰ ইংৰাজী ১৪৯২ চনৰ ৪৬৭ বছৰ আগতে ইঞ্জিনহীন ( Powerless ) সৰু জাহাজ 'ছান্টামাৰিয়া' ( Santamaria ) লৈ যেতিয়া ক্ৰীষ্টোফাৰ কোলম্বছে এনেকুৱা বিপদ সঙ্কুল মহাসাগৰৰ মাজত ঘূৰি ফুৰি আমেৰিকা বিচাৰি উলিয়ায়! মিষ্টাৰ ভাচ্‌কোদি-গামাই ইংৰাজী ১৪৯৩ চনত, তেতিয়াৰ জাহাজ 'চান্‌গাব্ৰীল' ( Sangabril ) লৈ মহাসমুদ্ৰত ঘূৰি ঘূৰি এদিন ভাৰতবৰ্ষ আহি পায়হি! তেন্তে আজি ইমান উন্নত জাহাজ,— সকলো যন্ত্ৰ-পাতিৰে, তথা বিনাতাঁৰৰ বাতৰি সংগ্ৰাহক যন্ত্ৰ, দিক্ নিৰ্ণয় যন্ত্ৰ, দূৰবীক্ষণ যন্ত্ৰ, সাগৰৰ গভীৰতা আৰু কঠিনতা নিৰ্ণয় কৰা যন্ত্ৰ, বিজুলী বাতিৰ সংযুক্ত, জীৱন তৰণী ( Life Boat ) তথা জীৱন ৰক্ষণী ( Life Belt ) থকা, আৰু সকলো খাদ্য সামগ্ৰিৰে ভৰপূৰ 'চিটি অব্ কেন্টাৰবাৰী' তিনি চাৰিশ মানুহ বৈ নিব পাৰা



সাত হাজাৰ টনৰ জাহাজখনত নিৰ্দ্দিষ্ট ঠাইলৈ যাত্ৰা কৰাত যিমান গভীৰেই মহাসমুদ্ৰ নহওক কিয়; বা যিমান বিশালেই মহাসাগৰ নহওক কিয়,—ইয়াত মনত দুৰ্ব্বলতা আনিবৰ কোনো কাৰণ নাই, যদি জাহাজ দুৰ্ভাগ্যক্ৰমে মহাসাগৰৰ মাজত তুফানৰ হাতত নপৰে! নাইবা শত্ৰুৱে যুদ্ধত ব্যৱহাৰ কৰা গুপ্ত চাব্ মেৰিনৰ 'টৰপেডৰ' আঘাত নেপায়! নাইবা আকাশী শত্ৰু যুঁজাৰু জাহাজৰ বোমৰ লক্ষত নপৰে!

কলম্বচ্ আৰু ভাচ্‌কোদি-গামাৰ মহাসমুদ্ৰৰ ভ্ৰমণৰ কথা মনত কৰি, নিজৰ সৰু জীৱনৰ এই ভাৰতবৰ্ষৰ ভিজিগাপট্টমৰ পৰা সুদূৰ বিদেশ জাভাদ্বীপৰ বাটাভিয়া চহৰলৈ সমুদ্ৰ যাত্ৰাটোৰো মনত গৌৰৱ আৰু সাহসৰ কথা অনুভৱ কৰিব ধৰিলো, এই মাজ সমুদ্ৰত! ৰোহিণী, সমুদ্ৰৰ মাজত থাকি ৰাতিপুৱা বেলি উঠা আৰু সন্ধ্যা বেলি ডুবা দৃশ্য চাবলৈ বৰ ভাল লাগে। বেলিটো যেন সাগৰৰ মাজৰ পৰা ওলাই আকৌ সন্ধ্যা সাগৰৰ পানীৰ মাজতেই লুকাই পৰে। আহা! কি সুন্দৰ দৃশ্য! মহাসাগৰৰ মাজত সূৰ্য্যদেৱৰ উদয় আৰু অস্ত; তথা পুৱা আৰু সন্ধ্যাৰ ৰাঙলি কিৰণ মহাসাগৰৰ ঢৌৰ পানীৰ লগত বিয়পি পৰি সমুদ্ৰৰ আধা অঞ্চল ৰাঙলি কৰি তোলে! অনুমান হয় যেন সূৰ্য্যদেৱেও সাগৰ মন্থনত ভাগ লৈ নিজৰ সতেজ ক্ৰিয়া প্ৰকাশ কৰে, আপোন ৰাঙলি বৰণেৰে। সেয়ে সমুদ্ৰৰ ডাঙৰ ডাঙৰ ঢৌত সূৰ্য্যৰ কিৰণৰ প্ৰভাৱত শত ৰামধনু আৰু শত ইন্দ্ৰধনুৰ আৱিষ্কাৰ হয়।

ৰোহিণী! এই সাগৰৰ তলিতে মুকুতা পোৱা যায়, যিয়ে সুন্দৰী সুন্দৰী ৰাণীৰ গলত শোভা বৰ্দ্ধন কৰে। এই সাগৰেই পৃথিবীৰ আদিৰূপ, য'ত নাৰায়ণৰ আবিৰ্ভাৱ হৈছিল বুলি কয়! সাগৰেই জীৱ সৃষ্টিৰ প্ৰথম স্থান। য'ত সৰীসৃপ আৰু জলসৃপৰ, তথা প্ৰাণৰ প্ৰথম জন্ম হয়। এই সাগৰতেই পৃথিবীৰ সবাতকৈ

ডাঙৰ ডাঙৰ বহু জল জন্তু-জনোৱাৰৰ বাস; যিয়ে ডাঙৰ ডাঙৰ জাহাজতকৈও ডাঙৰ আৰু ভয়ানক। এই সাগৰকেই বাঞ্ছিত অমৃতৰ কাৰণে এদিন দেৱাসুৰে মন্থন কৰিছিল বুলি শুনা যায়; য'ৰ পৰা স্বৰ্গীয় বাসনাযুক্ত ঐৰাবত, শ্বেত—অশ্ব, গদা, লক্ষ্মী, বিষ্ণু আদিৰ আবিৰ্ভাৱ হৈ শেষত অমৃত লাভ হয় বুলি উল্লেখ কৰে। সেয়েহে বোধহয় আজিও বহু মূল্যবান খনিজ ধাতু আৰু তৈলজাত সামগ্ৰী সাগৰৰ তলি ভৰি আছে বুলি সন্দেহ; যাক মানুহে এতিয়াও নিজ ব্যৱহাৰোপযোগী কৰি লবলৈ বহু বাকী। আমি দৈনিক ব্যৱহাৰ কৰা লোণৰ বেছি অংশই সাগৰৰ পানীৰ পৰা উৎপন্ন; যি লোণ আজি পুৰাকালৰ দেৱাসুৰৰ অমৃততকৈও মানুহৰ জীৱনত বেছি মূল্যৰ। সেয়ে সাগৰৰ পানী লোনা, খাব নোৱাৰি; আৰু কৰ্কশ, য'ত কাপোৰ আদি ধুব নোৱাৰি।

যাত্ৰাৰ অষ্টম দিন, আমাৰ জাহাজ কিছু সৰল পানীত সোমালে; য'ত দুদিন আগতে পাৰহৈ অহা জাহাজ উবুৰি খোৱা ডাঙৰ ডাঙৰ ঢৌ কমি আহিছে; আৰু পানীবো ক'লা ৰং গুচি নীলা হব ধৰিছে। সকলো যাত্ৰীয়ে তেতিয়া সকাহ পালে; বিপদৰ সম্ভাৱনা তথা সমুদ্ৰ ভ্ৰমণৰ কষ্টৰ পৰা হাত এৰাই। কিন্তু এতিয়ালৈ বাটাভিয়া বন্দৰ আৰু কিমান দূৰ কব নোৱাৰি। এই জাহাজৰ যাত্ৰীসকলোৱে বোধহয় বাটাভিয়ালৈয়ে যাব কিন্তু মই যাব লাগিব আকৌ সুৰেবিয়া চহৰলৈ। ই জাভা দ্বীপৰে পূৰপ্ৰান্তত অৱস্থিত এখন ডাঙৰ চহৰ আৰু বন্দৰ; প্ৰায় অষ্ট্ৰেলিয়াৰ কাষত। কোনো এটা ফিল্ডমেডিকেল 'ডিটেচমেণ্টৰ' উদ্দেশ্যে মোৰ তালৈ যাত্ৰা। তথাপি বাটাভিয়া পালে আকাশী জাহাজেৰে নাইবা ৰেলগাড়ীৰে বিদেশী নতুন চহৰ সুৰেবিয়ালৈ যাবলৈ সুবিধা পাম।

এই মহাসমুদ্ৰ যাত্ৰাৰ নৱম দিনা, ৰাতিপুৱা সকলো যাত্ৰীৰে মনত আনন্দ; আৰু জাহাজৰ উপৰ ডেকত আহি সকলোৱে ভীৰ



জমালে। কিয়নো, জাহাজৰ মালিকে হেনো দূৰবীণেৰে কোনো দেশ দেখিব পালে; যদিও আমাৰ চৰ্ম্ম চক্ষুৰ দৃষ্টিগোচৰ হোৱা নাই। বেলি হোৱাৰ লগে লগে পূৰফালে বহু দূৰত ক'লা ক'লা পাহাৰৰ নিচিনা চকুৰ দৃষ্টিত পৰিব ধৰিলে। লগতে আকাশত দুটি এটি উৰণীয়া প্ৰাণীও ঘূৰি ফুৰা দেখা পাব ধৰিলোঁ। মনত বৰ সাহ হল, লগতে আনন্দও অনুভৱ কৰিব ধৰিলোঁ। আজি ৯ দিনৰ বিপদ সঙ্কুল আৰু কঠিন ভাৰত মহাসাগৰ পাৰ হৈ এক নতুন দেশ জাভাদ্বীপত উঠিমগৈ; আৰু বিদেশী চহৰ বাটাভিয়াত ফুৰিবৰ সুবিধা বোধহয় আজি পাম। জাহাজ ক্ৰমান্বয়ে আগুৱাই গৈ আছে সাগৰৰ মাজত পালতৰি দিয়া নাওঁ কিছুমান চাৰিওফালে ঘূৰি ফুৰা দেখা পাব ধৰিলোঁ; বোধহয় মাছৰ চিকাৰ। এতিয়া ভালদৰে এখন দেশ চকুৰ দৃষ্টিগোচৰ হব ধৰিলে যিমানেই বাটাভিয়া বন্দৰৰ ওচৰলৈ আমাৰ জাহাজ আগবাঢ়ে, দেখিব পালেঁ। কেৱাখনো ভগ্নাৱশেষ ডাঙৰ ডাঙৰ জাহাজ পানীৰ মাজত ডুব গৈ আছে। বোধহয় জাপানী বোমাৰ নিষ্ঠুৰ কাৰ্য্য।

## (বাটাভিয়া জকাৰ্তা)

ইংৰাজী ১৯৪৬ চনৰ জুলাই মাহৰ ৪ তাৰিখ। "চিটি অব কেণ্টাববাৰী" ক্ৰমান্বয়ে একেৰাহে ৯ দিন ভাৰত মহাসাগৰৰ প্ৰচণ্ড ঢৌৰ মাজেৰে ইকাটি সিকাটি কৰি সাতুৰি সাতুৰি আহি বাটাভিয়া বন্দৰত জিৰণি ললেহি দিনৰ প্ৰায় চাৰিটামান বজাত। আগতে সপোনতো নেদেখা পানীৰ উপৰে উপৰে ভাৰত মহাসাগৰ পাৰ হলো। জীৱনত ই এটা ডাঙৰ স্মৰণীয় অভিজ্ঞতা। সৰুতে ভূগোল আৰু মেঁপৰ মানচিত্ৰত ভাৰত মহাসাগৰৰ কল্পনা কৰিব নোৱাৰিছিলো। কিন্তু আজি একৈশ বছৰ বয়সত এই মহাসাগৰৰ বুকুত মহাযাত্ৰা

লাভ কৰি বিদেশৰ এক ভূমিত ভাৰতীয় সৈনিকৰ মৰ্য্যদা বঢ়াবৰ কাৰণে মহাসাগৰৰ অন্য পাৰে নিজৰ দেশ আৰু ঘৰ এৰি আহিলো, পৃথিবীৰ অন্য জাতিৰ বুধ্বিংক মানুহ বিলাকৰ লগত প্ৰতিদ্বন্দিতা কৰিবলৈ ; তথা অস্ত্ৰবল আৰু মনোবলেৰে শ্ৰীকৃষ্ণ আৰু বুদ্ধৰ আদৰ্শক প্ৰচাৰ কৰি পৃথিবীত শান্তি স্থাপন কৰিবলৈ। 'ভাৰতীয় সৈনিক' আৰু 'ভাৰতীয় আদৰ্শ' দুয়োটোৱেই পৃথিবীৰ শান্তিৰ দূত। য'ত কোৰিয়া আৰু কঙ্গোই ইয়াৰ প্ৰত্যক্ষ উদাহৰণ।

ৰোহিণী ! এই মহাসাগৰ পাৰ হবলৈ যদি, 'গ্লোৰমাষ্টাৰ' নাইবা 'বয়িঙৰ' সাহায্যে আকাশী পথ অৱলম্বন কৰিব লগা হল হেঁতেন, তেন্তে এই দুৰ্লভ মহাসাগৰ ভ্ৰমণৰ অভিজ্ঞতা লাভ কৰিবলৈ বোধহয় জীৱনত নিশ্চয় বঞ্চিত হলোহেঁতেন। যি অভিজ্ঞতাৰ পৰা আজি তোমাক বহু ৰহস্যপূৰ্ণ সাগৰৰ কাহিনী কবলৈ সুবিধা পাইছো আৰু ইয়াৰ লগে লগে 'বকুৰাৰ' আকাশী পথেৰে সাগৰ ভ্ৰমণৰ অভিজ্ঞতা "সাগৰ দেখিছা ?" তথ্যৰ কথাও আজি মনত পৰে।

জাভাদ্বীপ ( ভাৰতীয় জাম্বুৱতীৰ নামৰ সম্বন্ধলৈ "জাভা" দ্বীপৰ নামাকৰণ হোৱা বুলি ভাৰতীয় সংস্কৃতিয়ে দাবী কৰে।) পৃথিবীৰ, তথা ভাৰতৰ পৰা পূৱ-দক্ষিণ প্ৰান্তত চৌপাশে সাগৰেৰে আগুৰি থকা পুৰণি আদিম ইন্দোনেচিয়া জাতি এটাৰ দেশ ; আৰু আমাৰ বিদেশী যাত্ৰী বিলাকৰ কাৰণে নতুন চহৰ বাটাভিয়া। চহৰৰ কিছু দূৰত একাষে সমুদ্ৰৰ পাৰত ভাৰতীয় ট্ৰেন্‌চিঙ্‌কেম্প। কেম্পৰ পৰা এটা নিৰ্দ্দিষ্ট দলে আহি আমাক লৈ গলে বন্দৰৰ পৰা আদৰ অভ্যৰ্থনা জনাই। কেম্পলৈ গৈ জানিব পাৰিলো, যে মই যাব লগা 'মেডিকেল ডিটেচ্‌-মেণ্টটো' ইতিমধ্যে সুৰেবিয়াৰ পৰা বান্দুঙলৈ আহিছে, ভাৰতলৈ যোৱাৰ অভিমুখে। বান্দুঙ্ জাভাৰ উত্তৰ প্ৰান্তত, অন্য এখন ডাঙৰ চহৰ আৰু বন্দৰ। তালৈ যোৱাৰ কাৰণে হুকুম অপেক্ষা কৰি সাজু হৈ থাকিব লগাত পৰিল। ইয়াৰ ভিতৰতে মোৰ সেই নিৰ্দ্দিষ্ট মেডিকেল ডিটেচ্‌মেণ্টটোত যোৱা বদলি হৈ বাটাভিয়া চহৰতে অৱস্থিত মেডিকেল ইউনিত ২৪নং ফিল্ড্ এম্বুলেঞ্চত গৈ ৰিপোৰ্ট কৰাৰ হুকুম আহিলে। তেতিয়া ফিল্ড্ এম্বুলেঞ্চ চহৰৰ মাজতে অৱস্থিত, আৰু তাত গৈ মই নিজৰ উপস্থিতি জনালো।

ৰোহিণী ! বিদেশী চহৰ বাটাভিয়াত ছ'মাহ থাকি বৰ আমোদ-প্ৰমোদেৰে কটালোঁ। জীৱনৰ ডেকা বয়সৰ কিছু মূল্যবান অংশ। ডেকা কালৰ নতুন মন, নতুন বিদেশ আৰু নতুন চহৰ পাই নতুন ধৰণে ফুৰিব শিকিলোঁ, নতুন নতুন ঠাই দেখা পালো ; আৰু জীৱনত বন্ধুত্বৰ নতুন প্ৰেৰণা পালো। বাটাভিয়া চহৰ অতি পুৰণি বেপেৰুৱা ঠাই। ইয়াত ইন্দোনেচিয়ান জাতিৰ লগত চীনা, জাপানী, আৰবী সাউদ আৰু দাচ, জাতিৰ ( হলেণ্ডবাসীৰ ) সংখ্যাই চহৰত বেচি। এই সময়ত দাচ্ জাতিয়ে এই দ্বীপ দখল কৰি আছে। যুদ্ধৰ পাচৰ পৰা জাপানীৰ সংখ্যা কমিছে, লগতে জাতীয়তাবাদী ইন্দোনেচিয়ান বিলাকে দাচৰ লগত 'গৰীলা যুদ্ধ' আৰম্ভ কৰিছে, দেশৰ স্বাধীনতাৰ কাৰণে। চহৰ বিলাকৰ বাহিৰে দেশত আৰু দাচৰ (Dutch ) বিশেষ শাসন-শক্তি নাই এই সময়ত। এদিন মইও ইন্দোনেচিয়ানৰ গৰীলা যুদ্ধৰ প্ৰতিৰোধৰ কাৰণে 'বাকাসীৰ' ৰণক্ষেত্ৰলৈ যাব লগাত পৰিল মেডিকেল সাহায্যৰ কাৰণে। 'বাকাসী' বাটাভিয়া চহৰৰ পৰা প্ৰায় ৭০-৮০ মাইলমান পূৱে, গাৱঁলীয়া ঠাই ; গৰীলাবিলাকৰ এটা ডাঙৰ আড্ডা। ইংৰাজৰ হুকুমত এটা গুৰ্খা সৈন্যৰ দলে দাচৰ সাহায্য হৈ এই গৰীলা বিলাকৰ ওপৰত আক্ৰমণ চলাব। মোৰ ডাক্তৰ কেপ্টেইন্ দৰান, মই আৰু চাৰিজন ট্ৰেচাৰ বেয়াৰা ( ৰোগী উঠোৱা মানুহ ) এই গুৰ্খা সৈন্যদলৰ লগত নিযুক্ত হৈ যুদ্ধ ক্ষেত্ৰত যাব লগাত পৰিলো। সৈনিকৰ কৰ্ত্তব্য হিচাপে এয়েই মোৰ প্ৰথম যুদ্ধক্ষেত্ৰলৈ আগমন। যুদ্ধত দুয়ো পক্ষই গোলা-গুলী চলালে প্ৰায় চাৰি-পাঁচ ঘণ্টা ধৰি। আমি 'মেডিকেলৰ টীমটোৱে' ( Team ) মূৰত লোৰ টুপী (Helmet) পিন্ধি, আত্মৰক্ষাৰ কাৰণে নিজৰ নিজৰ অস্ত্ৰ হাতত সাজু ৰাখি সেই

সময়ত যুদ্ধাৰ্থী বিলাকৰ কিছু পাচত ওখ-চাপৰ আৰু ডাঙৰ গছৰ আঁৰ বিচাৰি নীৰবে যুদ্ধ-সমস্যা লক্ষ কৰি কাটিব লগাত পৰিছিল। অৱশেষত গৰিলা বিলাক পলাই পটং দিলে গভীৰ অৰণ্যৰ ভিতৰলৈ। এটা আহত ইন্দোনেচিয়ান যুদ্ধক্ষেত্ৰৰ পৰা কঢ়িয়াই আনি আমাৰ ফিল্ড্ এম্বুলেঞ্চওলৈ পঠাই দিলো, চিকিৎসাৰ কাৰণে। এইদৰে কেইদিনমান যুদ্ধত ব্যস্ত হৈ থকাৰ পাচত আমি মেডিকেলৰ দলটোৰে 'বাকাসীৰ' পৰা বাটাভিয়ালৈ ঘূৰি আহিলোঁ, যুদ্ধৰ শেষ অভিজ্ঞতালৈ।

এই সময়ত ইন্দোনেচিয়ান জাতি জুৰুলা। জাপানীৰ আক্ৰমণত বহু মানুহৰ প্ৰাণহানি হৈছে; গাওঁ উচ্ছন্ন হৈছে। বস্তু-বাহানিৰ নাটনি, খাদ্যৰ অভাৱ। গাওঁৰ পৰা আহি ল'ৰা-তিৰোতা চহৰত আশ্ৰয় লৈছে। বাকী ডেকাৰ দল গৰীলা যুদ্ধত সোমাইছে; শেষ-বাৰলৈ দেশৰ স্বাধীনতাৰ কাৰণে। মৰণ-জীৱনৰ সমস্যা জাতীয় জীৱনত। চহৰত ভাৰতীয় সৈন্যৰ আমদানি। দাচৰ নেবানেপেৰা খোপনি শেষবাৰলৈ। বহু পুৰণি সাম্ৰাজ্যবাদৰ শিপা শক্তিহীন হৈ পৰিছে। সেয়ে ইংৰাজৰ সাহায্য প্ৰাৰ্থী। এনেহেন জাভাৰ দৃশ্যৰ লগত আমি (ভাৰতীয় সৈন্যবিলাকে) বাটাভিয়াৰ সকলো সুখ-সুবিধা আৰু আমোদ-প্ৰমোদত ভাগ লৱ ধৰিলো। প্ৰত্যেক ছুটী আৰু ৰবিবাৰে সমুদ্ৰত গাধুবলৈ, পিক্‌নিক খাবলৈ, 'হলিদেহোম'ত (Holiday home) কটাবলৈ, থিয়েটাৰ-চিনেমা চাবলৈ, সন্ধ্যা কাৰ্ণিভেল (Carnival) পাৰ্কত ফুৰিবলৈ. বিদেশী ছোৱালীৰ লগত বন্ধুত্ব পাতিবলৈ স্বতন্ত্ৰতা লাভ কৰিবলৈ ধৰিলো। ৰোহিণী! তোমাক কবলৈ ভয় লাগে; বাটাভিয়া চহৰত থাকোঁতে এজনী আৰবী জাতীয় ছোৱালী, ঘটনাক্ৰমে মোৰ কিছুদিনৰ কাৰণে চহৰত সাময়িক বান্ধৱী হৈ পৰিছিল। তাইৰ নাম 'চাহাৰা,'—১৮ বছৰ বয়সৰ গাভৰু। সৰু-সুৱা ইংৰাজী কয়। ভাল নাচিব আৰু সাতুৰিব



জানে। বোধহয় তুমি তাইৰ ফটো এটিও মোৰ প্ৰথম খন এল্‌বামত দেখিছা?

## চাহাৰা

এদিন চুটিত সমুদ্ৰত গা-ধুবলৈ গৈছিলো, যাক ইংৰাজীত 'চি-বাথ' (Sea-bath) বুলি কয়। চহৰৰ কাষত সমুদ্ৰ। বিলাসী চহৰবাসী ছুটীৰ দিনা সাগৰৰ পাৰ ভৰি পৰে। বিশেষকৈ ডেকা-গাভৰুৰ দল। সমুদ্ৰৰ কাষত থকা চহৰৰ নাগৰিক কিছুমানৰ 'চি-বাথ' এটা 'হবি' (Hobby), তথা আমোদীয় অভ্যাস। আচলতে ৰোহিণী, সমুদ্ৰৰ অবিৰাম বৈ থকা তৰল ঢৌৰ লগত কেলিকৰি সাতুৰি থাকিবলৈ বৰ ভাল লাগে যৌৱন বয়সত। সকলোৱে সাঁতুৰিছে; মইও সাঁতুৰিছো। কিছুমানে 'মটৰবট'লৈ ঘূৰিছে। কিছুমানে চুইমিং বেল্ট্ (Swimming belt) লৈ খেলিছে; আৰু কিছুমানে বা ধুপ খেলা খেলিছে, এক পেট পানীৰ মাজত। খেলিছো সকলোৱে মনৰ উলাহতে বাটাভিয়াৰ সমুদ্ৰ ঘাটত। এনেতে এটি দুৰ্লভ 'চুইমিং বেল্ট' (ৰবাৰৰ টিউব) ঢৌৰ লগত মোৰ কাষ আহি পালে স্বইচ্ছাই। যাক অশ্বমেধ যজ্ঞৰ ঘোঁৰাৰ নিচিনা আৱদ্ধ কৰি ৰাখিলোঁ, মালিকৰ আগমন অপেক্ষা কৰি। সাতুৰি সাতুৰি মালিকিনী আহি ওলাল, জীৱনৰ 'বেল্ট', তথা যৌৱনৰ 'বেল্ট' (বান্ধনী) বিচাৰি এজনী গাভৰু। 'চুইমিং ড্ৰেচেৰে' (Swimming Dress) সজোৱা ভিজা গাভৰু শৰীৰ। ৰোহিণী, এইজনীয়ে 'চাহাৰা'। তাই মিচিকি হাঁহিলে, ঢৌৰ লগত উটি অহা 'চুইমিং বেল্টটো' খুজিলে, ধন্যবাদ দিলে, হাত মিলালে (Hand-shake), পৰিচয় দিলে, পৰিচয় নিলে, লগতে ঘৰৰ ঠিকনাটোও দিলে। সিদিনৰ পৰাই 'চাহাৰা' মোৰ বাটাভিয়া চহৰতে বিদেশী বান্ধৱী হৈ পৰিল। তাইৰ

ঘৰ চহৰতে। এটি ৰেষ্টৰেন্টতত কাম কৰে। বিদেশী গাভৰু বিলাক তোমাৰ নিচিনা লাজকুৰঁৰী নহয়, ৰোহিণী ; আৰু পূৰ্ব্বাঞ্চল দেশৰ এই গাভৰু বিলাকেই প্ৰায় দোকান-পোহাৰৰ কাম চলায়। লাহে লাহে চাহাৰাজনী মোৰ চিনেমাৰ, দেচিং হলৰ, পাৰ্কৰ আৰু সমুদ্ৰৰ 'চি-বাথ'ৰ বিলাসী সঙ্গিনী হৈ পৰিল। ভাৰতীয়ক সিহঁতে বিশ্বাস কৰে, আদৰ কৰে, আৰু ভাৰতীয় ডেকাৰ বন্ধুত্ব সিহঁতে ( গাভৰু বিলাকে ) বৰকৈ পচন্দও কৰে।

বাটাভিয়া চহৰত ভাৰতীয় সৈন্য বিলাকৰ কাৰণে তেতিয়া দুটা চিনেমা ঘৰ আছিল,—'গ্লোৰ' আৰু 'ৰেক্স'। বিনা পইচাই ফিল্ম দেখুৱা হয়। এজন সৈনিক দৰ্শকৰ লগত আন এজন বিদেশী বন্ধু বা বান্ধৱীকো বিনা পইচাই চিনেমা দেখুৱাৰৰ অনুমতি পোৱা গৈছিল। সেয়ে ভাৰতীয় বিলাসী যুৱক এজনৰ কাৰণে এই বিদেশী চহৰত বিদেশী বন্ধু বা বান্ধবী সকলক অভ্যৰ্থনা কৰাত কোনো অসুবিধা নাছিল। বাটাভিয়াত ট্ৰাম, ইলেকট্ৰিক ৰেলগাড়ী আদি চলে। জাভাত প্ৰচুৰ পৰিমাণে চিনি উৎপন্ন হয়। গাওঁত আমাৰ দেশৰ নিচিনা ধানৰ, কুঁহিয়াৰৰ খেতি, কল, তামোল, নাৰিকল আদিৰ বাগান সকলো ফালে দেখিবলৈ পোৱা যায়। মাছৰ আমদানিও প্ৰচুৰ পৰিমাণে হয়।

## মালয়া

এইদৰে বাটাভিয়াত চাৰি মাহ কটোৱাৰ পাচত আমি ভাৰতীয় বিলাকে জাভা দ্বীপ এৰি মালয়ালৈ আহিবৰ হুকুম হল। তেতিয়া মালয়া ব্ৰিটিচৰ শাসনত। আমাৰ ফিল্ড এম্বুলেঞ্চ ইংৰাজী ১৯৪৬ চনৰ অক্টোবৰ মাহৰ ২৯ তাৰিখে বাটাভিয়া বন্দৰৰ পৰা 'এন্টিনোৰ' ( Antenor ) নামৰ এখন ডাঙৰ ব্ৰিটিচ জাহাজত মালয়া বুলি ৰাওঁনা



হওঁ। এন্টিনোৰত এইবাৰ প্ৰায় পাঁচশ যাত্ৰী। লগতে এটা নাচ-গানৰো পাৰ্টি। চাৰিদিনৰ সুখ-যাত্ৰাৰ পাচত উত্তৰ মলয়াৰ পোৰ্ট চুয়েটান্‌হাম নামৰ বন্দৰ এটিত উঠিলো, নবেম্বৰৰ দুই তাৰিখে। এইবাৰ সাগৰৰ যাত্ৰা প্ৰথমবাৰৰ নিচিনা কষ্টকৰ অনুভৱ হোৱা নাছিল। যিহেতু এই যাত্ৰা মহাসাগৰৰ নহয়, ই সাগৰৰ হে লগতে জাহাজো ডাঙৰ ; আৰু দ্বিতীয়বাৰ সমুদ্ৰ যাত্ৰাৰ অভ্যাস হোৱাৰ কাৰণে কষ্ট অনুভৱ নোহোৱাৰ অন্য এটা কাৰণ। পোৰ্টচুয়েটানহামৰ পৰা ট্ৰেইনেৰে আহি চাঙ্গাই পাতানি নামৰ ঠাইত থোপনি পাতিলো। চাঙ্গাই পাতানি পেনাং দ্বীপৰ ওচৰত। মালয়া এখন ৰবৰৰ গছৰ দেশ ; অটব্য হাবি আৰু লোৰ খনিৰে ভৰা। কিছুদিনৰ পাচত মই চাঙ্গাই পাতানিৰ পৰা মধ্যমালয়াৰ টাইপীং নামৰ ঠাইলৈ আমাৰ এটা 'মেডিকেল ডিটেচমেণ্টৰ' লগত আহিলোঁ। য'ত মই ইয়াত প্ৰায় ১০ মাহ কাল অতিবাহিত কৰো।

## টাইপীং

ৰোহিণী! টাইপীং মোৰ কাৰণে মালয়াত এক মনোপুষ্টিকৰ ঠাই। য'ত 'অভাৰ-চি-চাৰ্ভিচৰ' ( সমুদ্ৰৰ অন্য পাৰৰ চাকৰীৰ ) বেচি সময় মোৰ ইয়াতেই অতিবাহিত হয়। ব্ৰিগেড হেড্‌কোৱাটাৰৰ এটা চেণ্ট্ৰেল মেডিকেল স্বাস্থ্য কেন্দ্ৰৰ ভাৰ লৈ ডাক্তৰ কেপ্টেইন এচ. এচ. দিঘীৰে সৈতে আহি ইয়াত কাম কৰোহি টাইপীঙত অহাৰ লগে লগে মোৰ সমবয়সীয়া দুজন চীনা ডেকাৰ লগত ; আৰু শেষত এজনী চীনা গাভৰুৰ লগত ভাল পৰিচয় আৰু বন্ধুত্ব হল। মিষ্টাৰ ৱং-য়াতটাক ( Wong-Yat-Tuck ) আৰু মিষ্টাৰ পিটাৰ-ৱং-কিম্ ( Peter-Wong-Kim ) দুজনেই মিলিটাৰীৰ ৰয়েল ইঞ্জিনিয়াৰীং ডিপাৰ্টমেণ্টৰ স্থানীয় চিভিলীয়ন কেৰাণী ; আৰু মিচ লিম্-চিন লীয়ান্

( Limchin Lian ) হল এজনী চিনিয়ৰ কেম্ব্ৰীজ ক্লাচৰ ছাত্ৰী, মিষ্টাৰ ৱং-য়াত-টাকৰ পৰম বান্ধৱী। মিষ্টাৰ ৱাং-য়াত-টাকৰ লগত বন্ধু হোৱাৰ লগে লগে তেওঁৰ ২২ জনীয়া সভ্যৰ এটা বৃহৎ পৰিয়ালৰ সকলোৰে লগতেই মোৰ ভাল পৰিচয় হৈ পৰে। মাজে মাজে খাবলৈও মাতে আৰু সিহঁতৰ লগত খেলিবলৈও লগ ধৰে। ভাৰতীয় বন্ধু পাই মিষ্টাৰ ৱং-য়াত-টাকৰ সৰু ভাই-ভণী ১১ জনেই মোক মৰমতে 'সিউঙ্-দি' ( Siung-Di-ককাই ) বুলি মাতিব ধৰিলে; আৰু কেতিয়াবা সিহঁত মোৰ চিনেমাৰো সঙ্গী হৈ পৰে। সৰাতকৈ ডাঙৰ পৰিয়াল থকা চীনাবিলাকে নিজৰ বংশ-গৌৰৱ অনুভৱ কৰে। সেই অনুপাতে মিষ্টাৰ ৱং-য়াত-টাকৰ পৰিয়ালটোৰো গৌৰৱ আছিল। তেওঁৰ বুঢ়া ককাদেউতা-কাকীমা, দেউতাক, মাক, মাহীমাক; মাকৰ ফালৰ সাতজন, মাহী মাকৰ পাঁচজন ভাই-ভণী; খুৰাদেউ তিনিজন আৰু খুৰীদেউ দুজনী; সকলোৱে একেলগে খায় আৰু এটা সংযুক্ত পৰিয়াল।

মিষ্টাৰ ৱং-য়াত-টাকে তেওঁৰ গাভৰু ভণী আৰু ডেকা ভাই কেজনেৰে সৈতে অৱসৰ সময়ত পিক্‌নিক খাবলৈ মেক্সৱেল (Makwel) হিলত; বন্ধত ফুৰিবলৈ পেনাং পাহাৰত; আৰু ভ্ৰমণ কৰিবলৈ হাইলেণ্ডত মোৰ সঙ্গৰো সিহঁতে বৰকৈ আৱশ্যক অনুভৱ কৰিব ধৰিলে। লগত মিষ্টাৰ পিটাৰ-ৱং-কিম, আৰু মিচ্ লিম্-চিন-লীয়ানো থাকে। এই অমায়িক চীনা গাভৰুটিৰ লগত মিষ্টাৰ ৱং-য়াত-টাকে মোক এদিন পিক্‌নিক খাওঁতে পৰিচয় কৰাই দিলে। ইয়াৰ কাৰণে মিষ্টাৰ য়াত্ টাকক মই নথৈ ধন্যবাদ জনালোঁ। যিহেতু, এই ডেকা বয়সত বিদেশৰ বন্ধু, তথা বান্ধৱীৰ সঙ্গ এই সময়ত জীৱনত বৰ কৈ দুৰ্লভ অনুভৱ হৈছিল। এইজনী ১৭ বছৰ বয়সৰ চীনা গাভৰু মিচ্ লিম্-চিন্-লীয়ানে মই মালয়া এৰি ভাৰতলৈ আহিবৰ সময়ত এটি সৰু 'বেবী ব্ৰাউণ্ড' কেমেৰা মোক উপহাৰ দিয়ে, তাইক মই



ভাৰতত সদায় স্মৰণ ৰাখিবৰ কাৰণে। সেয়ে বোধহয় 'তাই' আজিও মোৰ মনত পৰি থাকে। মিচ্ লিমৰ এই অকৃত্ৰিম অৱদানৰ পৰাই মই বোধহয় 'কেমেৰাত' আজীৱন চকিণ্ হৈ পৰিলো। ইয়াৰ পৰিবৰ্ত্তে ভাৰতৰ পৰা মই মিচ্ লিমক ৰবীন্দ্ৰ নাথৰ ইংৰাজী অনুবাদৰ গীতাঞ্জলী এখনৰ লগত কেবাখনো অন্যান্য কিতাপ মালয়ালৈ উপহাৰ পঠাওঁ। মিষ্টাৰ-ৱং-য়াৎটাকেও মই তেওঁৰ সঙ্গ এৰি আহিবৰ সময়ত মোক এটি দূৰবীণ উপহাৰ দিয়ে; যিটো আজিও মোৰ হাতত তেওঁৰ বন্ধুত্বৰ গাঢ় পৰিচয় হিচাপে আছে। ৰোহিণী, এই দল চীনা বন্ধু আৰু বান্ধৱীৰ লগত মালয়াত উঠোৱা মোৰ ফোটোবিলাক বোধহয় তুমি এল্‌বামত দেখিবই পাইছা?

টাইপীঙত থাকোতে এনেদৰে প্ৰায় সপ্তাহে দুজন, এজন চীনা বন্ধু লগত লৈ আমাৰ এম্বুলেঞ্চ গাড়ীত ৰোগী 'এভাকুৱেচনৰ' কাৰণে ইপোহ ( Ipoh ) লৈও ফুৰিবলৈ লৈ গৈছিলো। ইপোহ মধ্য মালয়াৰ এখন ডাঙৰ টাউন, কুৱালালামপুৰ চহৰৰ ওচৰত; টাইপীঙৰ পৰা প্ৰায় ৫০ মাইলমান দূৰত। ইয়াত এটা সৈনিক হস্পিতাল, তথা চি-চি-এচ্ ( Casualty Clearing Station ) আছিল। য'ত আমাৰ ৰোগী বিলাক ইয়াতেই চিকিৎসা হৈছিল।

## পেনাং

এদিন টাইপীঙৰ পৰা তিনিদিনৰ ছুটীলৈ 'হলিদেহোম' কাটিবলৈ মিষ্টাৰ ৱং-য়াত-টাকৰ সৈতে পেনাঙত ফুৰিবলৈ যাওঁ। লগত য়াত-টাকৰ এজন সৰু ভাই মিষ্টাৰ ৱং-চিক্-লীয়ং ( Wong Cheak Leong ), দুজনী গাভৰু ভণী মিচ্ আহ-উই-হিয়ং ( Ah Yee Heong ) আৰু মিচ্ আহ-উই-চিয়ং ( Ah Yee Cheong ); লগতে আমাৰ উমৈহতীয়া চহেলী, মিচ্ লিম্-চিন্-লীয়ানো। দলটোৰ

লগত মিচ্ লিম্ নহলে মিষ্টাৰ য়াত-টাকৰ মনোৰঞ্জন পূৰা নহয় ; আৰু লগতে আমাৰ 'পাৰ্টিৰো' অংশ হানি হৈ পৰে। মিচ্ লিম্ হাঁহিব জানে ভাল, নাচিব জানে ভাল, গাবও জানে আৰু খেলিবও জানে ভালকৈ। অৰ্থাৎ চীনা গাভৰু বিলাকৰ প্ৰিয় খেল,—পিং পোং বেটবিণ্টন্, টেনিচ্ হকি, সাতুৰ ইত্যাদি মিচ্ লিমে্ বৰ ভাল পায় বুলি কয় ; আৰু লোকক দেখাবলৈ খেলেও। তাইৰ কেঁকোৰা কেঁকুৰি কান্ধত পৰা গাভৰু চুলি ; চাইনীজ 'কাটিঙৰ' গাভৰু সৰু মুখখনি ; ডেকাৰ মনমোহিব পাৰা হাঁহিটি ; আৰু লিমৰ মুখৰ চাইনীজ সুৰৰ শুৱলা গানটি মই আজিও মনত কৰিবলৈ বাধ্য—ৰোহিণী ! সেয়ে আজি এই দাৰ্জিলীঙ্ পাহাৰত থাকি পাহৰিব নোৱাৰা প্ৰবাসী জীৱনৰ অতীতৰ— 'সিহঁত'—মিচ্ চাহাৰা—মিচ্ লিমৰ লগত তোমাক জীৱন্ত তুলনা কৰি চাবলৈ আজিও মই সাহ কৰিছো, মোৰ যৌৱন লগৰী হিচাপে, যাৰ হাঁহি বিলাকৰ মাজেৰে বিচাৰি পাওঁ,— চাহাৰাৰ সামুদ্ৰিক হাঁহি। লিমৰ পাহাৰীয়া পেনাং হাঁহি; আৰু আজি তোমাৰ ৰোহিণী মুখৰ দাৰ্জিলীঙৰ 'বসন্ত বাহাৰৰ' হাঁহিটি মোৰ মনত বোধহয় সদায় 'টেপ্ ৰেকৰ্ডিং' যেন হৈ থাকিব !

পেনাং পাহাৰ,—পেনাং সমুদ্ৰৰ মাজত এটি সৰু দ্বীপ। ই উত্তৰ মালয়াত দৰ্শক আৰু ভ্ৰমণকাৰীৰ উপযুক্ত কেন্দ্ৰ। মালয়াৰ প্ৰধান ভূখণ্ডৰ পৰা আমাৰ ব্ৰহ্মপুত্ৰৰ সমান বহল পেনাং উপসাগৰৰ এটি খণ্ডৰ দ্বাৰা পৃথক হৈ কামাখ্যা পাহাৰৰ নিচিনা দেখিবলৈ ধুনীয়া দৃশ্য সজাই আছে। পেনাঙ এখন বেপেৰুৱা চহৰো। যিহেতু ই বন্দৰ। ডাঙৰ ডাঙৰ সামুদ্ৰিক জাহাজো ইয়াত খোপনি পাতে। এখন ফেৰী ষ্টিমাৰৰ দ্বাৰা প্ৰতি ঘণ্টাই ইপাৰৰ পৰা সিপাৰ হবৰ সুব্যৱস্থা আছে। পেনাঙ জিলাৰো সদৰ। পেনাঙ্ পাহাৰৰ উচ্ছতা তিনি হাজাৰ ফুটৰ অলপ কম। পাহাৰৰ ওপৰত উঠিবলৈ মটৰ-ৰাছৰ



বাহিৰেও 'টচীং' (Tossing) ৰেলগাড়ীৰ ব্যৱস্থা আছে ; অৰ্থাৎ তিনি চাৰিটা ডাব্বাৰ এখন ইঞ্জিনহীন ৰেলগাড়ী ওপৰত স্থাপিত মেচিনৰ দ্বাৰা পোণে পোণে টানি নিয়ে পাহাৰৰ ওপৰলৈ তাঁৰৰ জৰীৰ সংযোগত। মাজবাটত আপ্ আৰু ডাউন গাড়ীৰ কাৰণে চিগ্‌নেল আৰু কণ্ট্ৰোল ৰুম। চাৰি অনা আৰু আঠ অনা, তথা ২৫ আৰু ৫০ চেণ্ট(Cent) টিকটৰ ভাড়া ; আৰু প্ৰায় দুঘণ্টা সময় লাগে উপৰ পাবলৈ। ৰোহিণী ! পেনাঙৰ এই 'টচীঙ' ৰেলগাড়ীত মিষ্টাৰ য়াত-টাক আৰু চাইনীজ গাভৰু কেজনীৰে সৈতে পেনাঙ্ পাহাৰৰ ওপৰলৈ উঠিবলৈ জীৱনত বৰ ভাল লাগিছিল। এই সময়ত হয়তো তুমি লগত থাকিলেও ইমান ভাল লগাব নোৱাৰিলাহেঁতেন ! মিচ্ লিমে গাড়ীৰ শব্দৰ লগে লগে সুৰটি মিলাই গান ধৰে, আৰু মিচ্ হিয়ং আৰু মিচ্ চিয়ঙে নাচৰ ভাও ধৰি তাল ধৰে। এই গাভৰু নাচ চাইনীজ শিক্ষিতা ছোৱালী বিলাকৰ বৰ প্ৰিয়। আমাৰ দেশৰ ছোৱালী নাইবা তুমি তোমাৰ ডাঙৰ ভাই আৰু পৰদেশী এজনৰ আগত ৰঙ্‌মনে নাচিবলৈ হয়তো লাজতে লুকাই পৰিবা। গান আৰু নাচ যৌৱন মন আৰু দেহৰ স্বাভাৱিক প্ৰফুল্লতাৰ চিন। ইয়াক সময়মতে প্ৰকাশ কৰিব নোৱাৰাটো বিশেষ দুৰ্ব্বলতাৰ হে চিন।

পেনাং পাহাৰৰ ওপৰত সজাই ৰখা পাৰ্ক, ৰেষ্টুৰেণ্ট আৰু ফুলৰ ধুনীয়া ধুনীয়া বাগান। ওপৰৰ পৰা পেনাঙ্ চহৰ আৰু সমুদ্ৰ চাবলৈ বৰ ভাল লাগে। পেনাঙত এটা সাপ-মন্দিৰ ( Snake temple ) আছে; য'ত সাপৰ পূজা আৰু ভৰণ-পোষণ হৈ থাকে। কেবাখৰো সাপ-মন্দিৰৰ ভিতৰত দেখিবলৈ পোৱা যায়। সেই সাপ বিলাকে পূজাত উছৰ্গা কৰা গাখীৰ, কল আৰু অন্যান্য ফল আদি খাই থাকে। ইয়াৰ বাহিৰেও পেনাঙত 'আয়াৰ-আটাম্' নামৰ এটি মন্দিৰ সকলৰে প্ৰিয়। পেনাঙৰ চাৰিওফালে আগুৰি থকা সমুদ্ৰৰ পাৰত 'হাউচবোট' 'মটৰবোট'. আৰু সৰু সৰু জাহাজেৰে ভৰি থাকে। য'ত জাপানী

বিলাকৰ নিচিনা কিছুমানে সদায় পানীৰ উপৰতে জীৱন কটায়।

পাহাৰৰ উপৰৰ পৰা ঘূৰি-ফুৰি আমি সদলবলে সন্ধ্যাৰ আগে আগে আকৌ 'টচীং' ৰেলগাড়ীত নামি আহিলো পেনাং চহৰলৈ। মিষ্টাৰ য়াত-টাকৰ মোমাইদেউ মিষ্টাৰ চিন্-চিউ-ৱেং (Chin Seon-Weng) থাকে পেনাঙতে। তেওঁ এটা আমেৰিকান 'ছিউয়িং মেচিন' (Sewing machin) কোম্পানীৰ এজেঞ্চিৰ মেনেজাৰ। সকলোৰে তেওঁৰে অতিথি হলোগৈ দু'ৰাতিৰ কাৰণে। ৰোহিণী ! বিদেশত বিদেশীৰ, তথা পেনাং দ্বীপত চাইনীজৰ আতিথ্য মোৰ জীৱনত নিশ্চয় মনত ৰাখিব লগীয়া। বন্ধুৰৰ য়াত-টাকে মোৰ বৰ পৰিযত্ন লৈছিল; লগতে বান্ধৱী মিচ্ লিমেও দুৰাতি মোক সুধিবলৈ পাহৰা নাছিল। খোৱা খাদ্য ব্যৱহাৰৰ ভিতৰত বিশেষ পাৰ্থক্য নেথাকিলেও, মাছ মাংস বন্ধাত চাইনীজ বিলাকে আমাৰ নিচিনা তেল, নিমখ, মছলা আদিৰে সুখাদ্য কৰি নেখায়; যদিও সিহঁতে বৰ মাছ-মাংস প্ৰিয় জাতি। সিহঁতে প্ৰায় সকলো প্ৰকাৰৰে মাংস খায়। তাৰে ভিতৰত হংকঙৰ স্নেকচুপ (Snak Soup সাপৰ জোল) সিহঁতৰ বৰ প্ৰিয় আৰু সবাতকৈ উৎকৃষ্ট বুলি মিষ্টাৰ য়াত-টাকে মোক কৈছিল। মোৰ কাৰণে অৱশ্যে মাছ আৰু মুৰ্গীৰ ব্যৱস্থা হৈছিল যদিও, তেল-মছলা আদি নোহোৱা ব্যঞ্জন।

## চিঙাপুৰ

সেইদৰে মালয়াত চীনা বন্ধু আৰু বান্ধৱী সকলৰ লগত পেনাঙ্ দ্বীপ, টাইপীঙ্, মেক্সৱেলহিল্স আদিও ছুটীৰ অৱসৰলৈ বনভোজ খাই ভ্ৰমণ কৰি প্ৰায় এবছৰ অতিবাহিত কৰাৰ পাচত আমাৰ ফিল্ড্ এম্বেলেঞ্চ মালয়া এৰিবৰ হুকুম হল, ভাৰতৰ আগন্তুক স্বাধীনতাৰ আগে আগে। সেয়ে সকলোৰে উত্তৰ মালয়াৰ চাঙ্গাইপাতানিৰ



পৰা ৰেলগাড়ীৰে মালয়াৰ দক্ষিণ ঘাট চিঙাপুৰ আহি পালো ইংৰাজী ১৯৪৭ চনৰ জুলাই মাহত। চিঙাপুৰ 'ট্ৰেন্‌চিত' কেম্পত কেইদিনমান থাকিব লগা হোৱাত শেষবাৰলৈ চিঙাপুৰ চাবৰো সুবিধা পালো, বিদেশৰ শেষ যাত্ৰাত।

দক্ষিন-পূব এচিয়াৰ চিঙাপুৰ এখন অন্যতম্ ডাঙৰ চহৰ, বন্দৰ আৰু বেপেৰুৱা ঠাই। যুদ্ধত কিছু জুৰুলা হলেও, অলপ দিনৰ ভিতৰতে টনকিয়াল হৈ উঠিছে, সকলো কৰ্ম্মশক্তি আগতলৈ। চিঙাপুৰৰ তিনিখন পাৰ্কৰ নাম :- 'নিউৱৰ্ল্ড' ( New world ), 'হেপিৱৰ্ল্ড' ( Happy world ) আৰু গ্ৰেটৱৰ্ল্ড (Great world)। সন্ধ্যা আমোদ-প্ৰমোদ, আৰু মনোৰঞ্জন ( Recreation ) আদিৰ ঠাই। পাৰ্কমানে আমাৰ দেশৰ নিচিনা পুঁখুৰীৰে সৈতে ফুলৰ বাগান আৰু সৰু সুবা গছ-গছনিৰে মালিয়ে সজাই ৰখা বাগান নহয়। চিঙাপুৰৰ এই তিনিখন 'ৱাৰ্ল্ড', তথা সংৰক্ষিত পাৰ্কত সোমাবলৈ 'গেটপাচ' কিনিব লাগে। পাৰ্কৰ ভিতৰত ধুনিয়া ধুনিয়া দোকান, ৰেষ্টুৰেণ্টকে আদিকৰি জুৱা, ড্ৰামা, থিয়েটাৰ, চিনেমা, মল্লযুদ্ধ, মুষ্টিযুদ্ধ, মেজিক, ছোৱালীৰ লগত নাচ নাচিবৰ সুবিধা, নানাৰকমৰ বাজীলগোৱা খেল-তথা পিংপোং, চুটিং, সাতুৰ, ফোটোগ্ৰাফী, নানাধৰণৰ তামোচা-তথা কৃত্ৰিম গাড়ীত উঠা, ঘোঁৰাত উঠা, চাইকেল চলোৱা, চাকাত ঘূৰা আৰু বহু ৰকমৰ খেল-তামোচাৰে মনোৰঞ্জনৰ কাৰণে ভৰা, সকলো মজুত আছে। সকলতে দুইচাৰি পইচা দিব লগাত পৰে। বিশেষকৈ জুৱা ( Dice ) আৰু বাজীলগা খেলআদি প্ৰায় গাভৰু ছোৱালীৰ দ্বাৰাই পৰিচালিত হৈ থাকে, ডেকা পুৰুষৰ পৰা পইচা আদায় কৰিবলৈ। নিৰূপীত পইচা দিলে একঘণ্টা আধাঘণ্টাৰ কাৰণে নাচিবলৈ গাভৰু ছোৱালীৰ সঙ্গও পোৱা যায়।

এই বিলাক পাৰ্ক এক প্ৰকাৰ আমাৰ দেশৰ প্ৰদৰ্শনীত হৈ

থকা খেলতামোচাৰ নিচিনাই। কিন্তু ইয়াতকৈও আৰু কিছু বেচি মনোৰঞ্জনৰ সুবিধা চিঙাপুৰৰ 'ৱাৰ্ল্ড' কেইখনে বন্দোৱস্ত কৰি ৰাখিছে। এই পাৰ্ক কেইখনৰ দুৱাৰ মুকলী হয় প্ৰায় প্ৰতিদিনে সন্ধ্যা ৬টাৰ পৰা ৰাতি দহটালৈ। সেয়ে দিনৰ ভাগৰুৱা বিলাসী চহৰী জীৱনৰ কাৰণে শাৰীৰিক পুষ্টি আৰু মানসিক তুষ্টি যোগোৱা এই কেইখন পাৰ্ক চহৰৰ ভিতৰত বেলেগ বেলেগ ঠাইত একোটা সাৰ্ব্বজনীন কেন্দ্ৰ। সন্ধ্যা চিঙাপুৰৰ বিলাসী দেশী-বিদেশী, মতা-তিৰোতা, ডেকা-গাভৰু প্ৰায় সকলোৱে নিজৰ মনোৰঞ্জনৰ কাৰণে এই পাৰ্ক বিলাকত দৰ্শন দিয়ে। গতিকে মোৰ বোহিনী! ডেকাকালৰ এই সাময়িক বিদেশী মনোৰঞ্জনৰ সুযোগ মোৰ জীৱনেও কিছু উপভোগ কৰিবলৈ সুবিধা পালে, তোমাক পোৱাৰ আগতে।

তিনিচাৰিদিন এইদৰে চিঙাপুৰ চহৰ ঘূৰিপাকি চাই, ইংৰাজী ১৯৪৭ চনৰ জুলাই মাহৰ ১৬ তাৰিখে চিঙাপুৰ বন্দৰৰ পৰা 'এম্পায়াৰ প্ৰাইড্' (EMPIRE PRIDE) নামৰ যাত্ৰীবাহী ডাঙৰ ব্ৰিটিছ জাহাজ এখনত ভাৰত অভিমুখে ৰাওঁনা কৰিলোঁ। দিনৰ তিনিটা বজাত। শেষ বাৰলৈ বিদেশৰ, তথা দক্ষিন-পূৰ্ব্ব এচিয়াৰ সাময়িক ভ্ৰমণ, জাভা আৰু মালয়াৰ জীৱনীয় স্মৃতি এটিলৈ আকৌ ভাৰত মহাসাগৰত দ্বিতীয়বাৰ মেলানি মাগিলোঁ। ভাৰত মহাসাগৰৰ বুকুভৰিথকা কালা পানীৰ প্ৰবল ঢৌৰ মাজেৰে 'এমপায়াৰ প্ৰাইড্' টুলুং-ভুটুং কৰি আগুৱাব ধৰিলে ভাৰত মুখে। এইবাৰ যাত্ৰাত আমি প্ৰায় চাৰিশ যাত্ৰী ; চালক বিলকৰ বাহিৰে সকলো ভাৰতীয়। এই আঠ হাজাৰ টনৰ ডাঙৰ জাহাজ, কোনো ভয় নাই। বিশেষকৈ বিদেশৰ পৰা স্বদেশ অভিমুখে যাত্ৰা ; মানসিক সবলতা আৰু আন্তৰিক আনন্দৰ স্বাভাৱিক প্ৰেৰণাই এই ছয় দিনৰ মহাযাত্ৰা সুকলমে শেষকৰি জুলাইৰ বাইশ তাৰিখে বোম্বাইৰ মহাবন্দৰত আহি এম্পায়াৰ প্ৰাইড্' জিৰণি ললেহি। ভাৰত



মহাসাগৰৰ মাজত 'এম্পায়াৰ প্ৰাইড'ৰ ওপৰত উঠোৱা ফোটো এটিয়াও বোধহয় তুমি মোৰ এলবামত দেখিব পাইছা?

## মাদ্ৰাচ

বোম্বাই চহৰৰ পৰা ৰেলগাড়ীত পোনে পোনে গৈ মাদ্ৰাচ পালোগৈ। মাদ্ৰাচৰ ওচৰত আৱাদি বোলা ঠাইত কিছুদিন জিৰণি লব লগা হল; আৰু লগতে ইংৰাজী ১৯৪৭ চনৰ ১৫ আগষ্টৰ মহত্বপূৰ্ণ ভাৰতৰ স্বাধীনতা দিনৰ ঐতিহাসিক প্ৰদৰ্শণী পূৰ্ণ (Ceremonial) সৈনিক 'পেৰেড্' মাদ্ৰাচৰ মাউণ্টৰোডত কৰিবৰ সুবিধা পালোঁ। যিদিনটো আমাৰ দেশৰ স্বাধীনতাৰ বিশেষ গৌৰৱৰ মহোৎসৱ আছিল আৰু মোৰ চাকৰী জীৱনৰো ই এটা বিশেষ বাঞ্চিত ঘটনা।

এই স্বাধীনতা দিনৰ কেই সপ্তাহ মানৰ পাচত মাদ্ৰাচৰ পৰা ঘূৰি আকৌ সদলবোলে পুনালৈ আহিব লগা হল। পুনাত কিছুদিন থাকি নতুন উদ্যমে আকৌ নতুন সাজ-সৰঞ্জামলৈ আমাৰ ফিল্ড্এম্বুলেঞ্চ পশ্চিম ভাৰতলৈ ৰাওঁণা কৰিবলৈ হুকুম হল, তথা গুজৰাট দেশলৈ। তেতিয়া গুজৰাট দেশৰ কাথিৱাৰ ষ্টেটৰ ভিতৰত থকা জুনাগড় ৰাজ্যৰ প্ৰতি-আক্ৰমণৰ প্ৰস্তুতি। আমি প্ৰায় তিনিশ মটৰ গাড়ীৰেসৈতে এটা বৰ ডাঙৰ দল পুনাৰ পৰা গাওঁভুইৰ মাজেদি যাত্ৰা কৰিলোঁ ; বোম্বে, আহ্মেৱী, নাছিক, দেওলী, মাউ আৰু বিন্ধ্য পৰ্ব্বতৰ মাজে মাজে এঁকাবেঁকা উঁচা-নিচা আলিবাটেৰে আহ্মেদাবাদগৈ ৰাজকোট পালোগৈ, ইংৰাজী ১৯৪৭ চনৰ অক্টোবৰ মাহৰ ২৭ তাৰিখে।

## দ্বাৰকা

ৰাজকোট কাথিয়াৱাৰ ষ্টেটৰ সদৰ, তথা গুজৰাট অঞ্চলৰ মধ্যস্থ ডাঙৰ চহৰ। অন্য চহৰ বিলাকৰ লগত ৰেলবাটৰ দ্বাৰা সংযোগ। আমাৰ ফিল্ড এম্বুলেঞ্চ ৰাজকোটতেই খোপনি পাতিলে প্ৰায় দুমাহ। সেয়ে এদিন প্ৰায় বাৰ-পোন্ধৰ জনৰ এটা দলে দ্বাৰকাজীৰ মন্দিৰ দৰ্শন কৰিবলৈ যাত্ৰা কৰিলোঁ, ৰেলগাড়ীৰে সাগৰৰ পাৰলৈ। ৰাজকোটৰ পৰা দ্বাৰকা প্ৰায় ১৯০ মাইল মান দূৰ হব; আৰু ৰেলগাড়ীৰে প্ৰায় আঠ-দহ ঘণ্টাৰ বাট। দ্বাৰকাপুৰী একেবাৰেই পশ্চিমঘাট কচ্ছ্ উপসাগৰৰ পাৰত।

আমি দিনৰ দুটামান বজাত দ্বাৰকা গৈ পালোঁ, অন্য তীৰ্থ যাত্ৰী বিলাকৰ নিচিনাকৈ আমাকো স্থানীয় পাণ্ডাৰ দলে আক্ৰমণ কৰিব ধৰিলে এটাৰ পাচত এটাকৈ। এজন বয়ঃশ্ৰেষ্ঠ পাণ্ডাৰ আশ্ৰয়লৈ ওচৰতে থকা ধৰ্ম্মশালা এটাত উঠিলোঁ; আৰু তাত বিচনাদি ৰাখি সাগৰত গা-পা ধুই মন্দিৰ দৰ্শন কৰিবলৈ চেষ্টা কৰিলোঁ। প্ৰধান মন্দিৰ দ্বাৰকাজীৰ, তথা শ্ৰীকৃষ্ণৰ প্ৰতিমূৰ্ত্তি স্থাপিত। ওচৰতে শ্ৰীবলৰামজীৰ মন্দিৰো আছে; আৰু অন্যান্য সৰু-সুৰা বহুতো মন্দিৰৰ কোনো এটাত সত্যভামাৰ, আন এটাত উদ্ধৱৰ প্ৰতিমূৰ্ত্তি বুলি পাণ্ডাজীয়ে বৰ্ণনা দিব ধৰিলে। দ্বাৰকাজীৰ প্ৰধান মন্দিৰ প্ৰস্তৰ তৈয়াৰী। বহু পুৰণি, বয়স অনুমান কৰিব নোৱাৰি। বোধহয় কামাখ্যাদেৱীৰ মন্দিৰতকৈও পুৰণি। মন্দিৰৰ আৱহাৱা সাগৰৰ পাৰৰ কাৰণে বৰ ভাল লাগে; আৰু এক সৌন্দৰ্য্যপূৰ্ণ দৃশ্যৰে মন্দিৰ আৰু সাগৰ পৰিপূৰ্ণ হৈ আছে।

মহাভাৰত প্ৰসিদ্ধ, দ্বাপৰ যুগৰ এই দ্বাৰকাপুৰৰ হয়তো পুৰণি



মন্দিৰ মুছলমানৰ, তথা মহম্মদ ঘোৰিৰ আক্ৰমণত সোমনাথ মন্দিৰৰ নিচিনাকৈ লুটপাটত নিঃশেষ হৈ গৈছে। আৰু হয়তো তাৰ পাচত দ্বাৰকাজীৰ এই মন্দিৰ প্ৰতিস্থিত। এই দ্বাৰকাপুৰত আহি মনত পৰিব ধৰিলে, প্ৰাক্ঐতিহাসিক মহাভাৰতৰ বৰ্ণনা দ্বাপৰ যুগৰ স্মৃতি। এদিন হয়তো শিশুপালৰ ভয়ত শ্ৰীকৃষ্ণজী আহি এই সমুদ্ৰ পাৰৰ দ্বাৰকাত স্থিতাপি লয়হি; আৰু তেতিয়াৰে পৰা এই দ্বাৰকাপুৰী বৈকুণ্ঠৰ সন্মান লাভ কৰি আহিছে। এই দ্বাৰকাতে আহি কুৰুক্ষেত্ৰৰ ধৰ্ম্মযুদ্ধৰ কাৰণে এদিন মহাযোদ্ধা অৰ্জ্জুনে নাৰায়ণৰ সাহায্য তথা দুৰ্য্যোধনে নাৰায়ণী সেনাৰ সাহায্য প্ৰাৰ্থী হব লগাত পৰিছিল। এই দ্বাৰকাৰ পৰাই সুন্দৰী সুভদ্ৰা হৰণ; আৰু এই দ্বাৰকাপুৰেই শ্ৰীকৃষ্ণৰ শেষ লীলাৰ ঠাই, তথা যদুবংশৰ শেষস্মৃতিৰ প্ৰভাৱ বিস্তাৰ কৰে। এই দ্বাৰকাপুৰী ভাৰতৰ পশ্চিম প্ৰান্তত। য'ৰ পৰা আহি কৃষ্ণজীয়ে অসমৰ পূৰ প্ৰান্তত থকা সদিয়াৰ কাষৰ কুণ্ডিল নগৰৰ ভীষ্মক ৰজাৰ জীয়েক ৰুক্মিণী হৰণ; শোণিতপুৰ, তথা তেজপুৰৰ বাণ ৰজাৰ হাতৰ পৰা অনিৰুদ্ধ উদ্ধাৰৰ ঘটনা আদি ঘটাইছিল।

## লক্ষ্ণৌ

দ্বাৰকা চাই ঘূৰি আহিলোঁ ৰাজকোটলৈ; স্মৃতি জাগৰিত হৈ থাকিল মনত, পবিত্ৰ তীৰ্থৰ শুভদৰ্শনত। এই সাময়িক দৰ্শনৰ স্মৃতি লগতলৈ কিছুদিনৰ পাচত সকলোৰে আকৌ পুণালৈ ঘূৰি আহিলোঁ। পুণাত গৈ ফিল্ডএম্বুলেঞ্চৰ পৰা মোৰ বদলি হ'ল, লক্ষ্ণৌ চহৰৰ সৈনিক হস্পিতাললৈ। য'ত মোৰ চাকৰী জীৱনৰ বেছি ভাগ প্ৰায় ৮ বছৰ মান সময় এই লক্ষ্ণৌ চহৰতেই অতিবাহিত হয়। এই সময়ত লক্ষ্ণৌৰ 'অসম-মেচৰ' কেবাজনো সংগীত অধ্যয়ন কৰি থকা অসমীয়া বন্ধুৰ লগত মোৰ এই প্ৰবাসত ভাল পৰিচয় হয়। শেষত সকলো প্ৰবাসী অসমীয়া দলটোৰে মিলি এই লক্ষ্ণৌ

চহৰত বিহু পাতি, বনভোজ খাই মই এইবাৰ প্ৰায় তিনি বছৰমান কটাও এই চহৰত।

এই সময়ত লক্ষ্ণৌত প্ৰায় পঁচিশ ত্ৰিশজনমান অসমীয়া প্ৰবাসী। বিশেষকৈ সঙ্গীত অধ্যয়ন কৰা ছাত্ৰ-ছাত্ৰীৰ এটি ডাঙৰ দল। সেয়ে 'অসম সঙ্ঘ' বুলি এটি সঙ্ঘও ইয়াত এই সময়ত পৰিচালিত হয়। এই সঙ্ঘৰ উদ্যোগত তেতিয়া লক্ষ্ণৌ চহৰত মাজে সময়ে দুটি-এটি সামাজিক অনুষ্ঠানৰো আয়োজন কৰা হৈছিল। এই বিলাকত মইও যোগ দিবলৈ সুবিধা পাইছিলোঁ। বিশেষকৈ এবাৰ ইংৰাজী ১৯৫০ চনত হোৱা অসমৰ ডিব্ৰুগড়-সদিয়াৰ প্ৰবল বানপানীত পীড়িতৰ সাহায্যৰ কাৰণে লক্ষ্ণৌৰ 'অসম-সঙ্ঘই' মিউনিচিপালিটি হলত, তেতিয়াৰ উত্তৰ প্ৰদেশৰ মূখ্যমন্ত্ৰী গোবিন্দ বল্লভ পান্থৰ পৌৰহিত্যত লক্ষ্ণৌ চহৰৰ নামকৰা শিল্পী কেইজনমানৰ সহায়ত 'চেৰিটীশ্বো' দেখুৱাই প্ৰায় হাজাৰ মান টকা সংগ্ৰহ কৰা হৈছিল। এবাৰ আকৌ আচাৰ্য্য নৰেন্দ্ৰদেৱৰ সভাপতিত্বত লক্ষ্ণৌৰ ক্লাব ঘৰত 'অসম-সঙ্ঘৰ' প্ৰথম অধিবেশন মুকলি কৰা হয়। এই উপলক্ষে অসমীয়া ওজাপালী, ৰাধা-কৃষ্ণ, মণিপুৰী নৃত্য আৰু বহু অন্যান্য কিছু 'ভেৰাইটিশ্বো' দেখুৱা হৈছিল। লক্ষ্ণৌত এই 'অসম সঙ্ঘৰ' উদ্যোক্তা সকলৰ ভিতৰত সৰ্ব্বশ্ৰী চাৰু বৰদলৈ, চতীশ ৰাজখোৱা, নন্দ শৰ্ম্মা, হৰেন শৰ্ম্মা, কেশৱ কাকতি, তৰুণ তালুকদাৰ, প্ৰবীন তালুকদাৰ, তৰুণ গোস্বামী, ৰাচেল কুচো, মীৰা ফুকন, ফ্ৰিদিনা মাৰাক আদিৰে নাম উল্লেখযোগ্য।

লক্ষ্ণৌত থাকোতে এই সময়ত মোৰ ঘৰৰ ঠিকনাত মালয়াৰ পৰা কেবাখনো চিঠি পাওঁ, পুৰণি বিদেশী বন্ধু মিষ্টাৰ ৰং-য়াত-টাক আৰু বান্ধবী মিচ লিম্-চিন্-লীয়ানৰ হাতৰ আখৰৰ। ডেকা কালৰ মোৰ এই বিদেশী বান্ধবী চাইনীজ গাভৰুটি মিচ্ লিমৰ চিঠিখন তোমাক নুশুনাই থাকিব নোৱাৰিম; যিয়ে স্মৃতিৰ পটত বিদেশী গাভৰুৰ বন্ধুত্বৰ মূল্য জীৱনত এতিয়াও বৰকৈ অনুভৱ হয়, ৰোহিণী। বান্ধবী মিচ্ লিমে মালয়াৰ পৰা মোক ইংৰাজীত সম্বোধন



কৰি মোৰ আগৰ চিঠিৰ উত্তৰ হিচাপে তাই এইদৰে লিখিছে :—

Lim Chin Lian
1563 Fitch avenue
Ashy Road
Jpoh, Perak
19th Dec'47.

Dear Mr. Medhi,

Thanks so much for your books and your letter. I am so sorry that I am only able to reply after having received it for about a week. Poetry is fine but I do not appreciate poetry more than prose. I do not have a particular liking to any set of books but I find novels interesting. I used to read novels in my spare time but still now my holidays is only about a week old. I have spent my time going to the threatres and visiting friends only. How do you spend your time over there?

I just received a letter and X'mas card from Yat Tuck. He mentioned about you and gave me your address asking me to write to you but at that moment I did not have time, so I hope you will excuse me.

Our cambridge Examination are just over but still our enxiety have not come to end yet. We

will get our results in late March and my heart only shivers when I think of how I would receive the tidings. It means so much to me and I do not have a chance to study another year more. Some of the girls are planing to go for further studies but I am not gifted with intelligence to think of such things and do not have the means to do so.

We had a farewel party on the last day of the Exam, and we had a splendid time. The girls were dressed to their best and the Indian girls wore gorgeously dressed in their fine Sarees. Don't you admire the College girls in your town ? I heard from a friend who visited India sometimes ago that the College girls were beautiful and very social. Besides that they had good sound knowledge and have a wide knowledge of current affairs. Do you have any chance of being in their company ?

You seem to be rather surprised at my friendliness and must have guessed that all Chinese girls are just the same but there are a few whose parents do not allow them to come out and mix with friends freely. I am glad that I am given this freedom but my parents are quite strict in a way. Some of my class mates do not come even to mix with us. They feel so shy and out of



place in parties. Some parents are strict and would not allow their daughters to mix with boys. I think Indian families are stricter. Don't you have any brother or sister ?

Our family is quite a big one. I have four big brothers and many sisters but the elder ones are all married and their are still three younger sisters. We have formerely getting along quite all right but the war spoilt everything. I dreaded the war but I have very little interest in what was going on. I care for my books only and nothing else. Sometimes I will say to myself that I am too selfish. Don't you think so ? I have to one my best to help other, now that I have no lessons to think about. Well I have to stop now for space is limited. I am sorry that I cannot enclose a photo of myself for I do not have one.

Wishing you a Marry X'mas
and a Happy new year
Your sincerely
Lim Chin Liam
(Malaya)

P.s.
Hope you will not forget to write again.

বোহিণী, লক্ষ্ণৌ চহৰখনৰ প্ৰতি মই আজিও এই কাৰণেই কৃতজ্ঞ থাকিবলৈ ইচ্ছা কৰো যে, লক্ষ্ণৌ চহৰতেই মই চাইনীজ বান্ধবী মিচ্ লিমৰ হাতৰ প্ৰথম চিঠি পাওঁ। লক্ষ্ণৌ চহৰৰ পৰাই

মই তোমাক মোৰ 'আপোন প্ৰিয়া' (কইনা) সজাবলৈ আহিব লগাত পৰিছিল। লক্ষৌচহৰতেই অসমৰ কেবাজনো প্ৰবাসী বন্ধু আৰু বান্ধৱী মোৰ পৰিচিত হয়; আৰু লক্ষৌতেই মই চাকৰী জীৱনৰ বহু শিক্ষা লাভ কৰো। সেয়ে মোৰ ৰোহিণী, লখ্‌নৌ 'Lucknow' চহৰ খনক মোৰ জীৱনত বৰ ভাল লাগে।

## ৰুড়কী

লক্ষৌত তিনিটা বছৰ কটোৱাৰ পাচত ৰুড়কীৰ সৈনিক হস্পিতালত বদলি হৈ যাওঁ ইংৰাজী ১৯৫০ চনৰ শেষ ভাগত। ৰুড়কীৰ ইঞ্জিনীয়াৰিং কলেজৰ নাম শুনিছা? ই ভাৰতৰ ভিতৰতে আটাইতকৈ এটা পুৰণি উচ্চ চিভিল ইঞ্জিনীয়াৰিং শিক্ষাৰ কলেজ। ৰুড়কী সৈনিক বিভাগৰ ইঞ্জিনীয়াৰিং শিক্ষাৰো এটা ডাঙৰ কেন্দ্ৰ। ইয়াত নতুনকৈ হাইড্ৰো-ইলেক্‌ট্ৰিক আৰু 'চেন্ট্ৰেল বিল্ডীং ৰিচাৰ্সৰ' কেন্দ্ৰও স্থাপিত হৈছে। ৰুড়কীৰ Canal টো অতি পুৰণি, ইং ১৮৫৪ চনতে ইঞ্জিনীয়াৰ থোমাচ্‌ চাহাবে খনোৱা। তেতিয়াৰ পৃথিৱীৰ ভিতৰতে এটা দীঘল 'কেনেল্‌' গঙ্গা নদীৰ পৰা কাটি উলিওৱা।

## প্ৰেমা

ৰুড়কীত থাকোতে এটা স্বদেশী খৃষ্টান পৰিবাৰ ৰেভাৰেণ্ড মিষ্টাৰ বি, আৰ, ফ্ৰেঙ্কলিনৰ লগত মোৰ ভাল পৰিচয় হয়। মিষ্টাৰ ফ্ৰেঙ্কলিন ৰুড়কীৰ প্ৰেটেষ্টান গীৰ্জা এটাৰ পাদ্ৰী। তেওঁৰো ঘৰ লক্ষৌ চহৰতেই। তেওঁৰ দ্বিতীয় ফালৰ ডাঙৰ ল'ৰা মোৰ



সমবয়সীয়া মিষ্টাৰ জুলিয়ন মোৰ লগহৈ পৰিল। মিষ্টাৰ জুলিয়নৰ ভণী মিচ প্ৰেমাৰতী ফ্ৰেঙ্কলিনৰ ফোটো মোৰ এলবামত এটা ঘাই চৰিত্ৰ। তাইৰ বয়স ১৭ বছৰ; আৰ্য্য কন্যা স্কুলৰ দশম মানৰ ছাত্ৰী। ফোটোৰ পোজ' লব ভাল জানে। এনেকি কৰলৈ তাইক তোমাতকৈও সুন্দৰী যেন লাগে মোৰ চকুত। প্ৰেমাৰ এবাৰ 'টাইফয়দ' হ'ল। শুশ্ৰূষা কৰিবলৈ আগবাঢ়ি গলো, চিকিৎসা বিভাগত অলপ হাত আছে বুলি। ইয়াতে সুযোগ পাই মিষ্টাৰ ফ্ৰেঙ্কলিনে টানি ধৰিলে খৃষ্টিয়ান হবলৈ; আৰু 'ৰিষ্টা' (আত্মীয়তা) কৰিবলৈও সঙ্কেত জনালে। তাৰ মানে প্ৰেমাক অৰ্পন কৰিবলৈ ইচ্ছা। মোৰ নিচিনা দুৰ্ব্বল হৃদয়ৰ ডেকাই খৃষ্টিয়ান হৈ এই সময়ত 'প্ৰেমাৰ' ভাব বব পাৰা অসমৰ্থা জানিব পাৰিলে। যদিও 'প্ৰেমা' আজিও মোৰ চকুত সুন্দৰী। তথাপি ফ্ৰেঙ্কলিন পৰিবাৰে মোক আজিও খাতিৰ কৰে; আৰু মিচ প্ৰেমাও শ্ৰদ্ধা কৰে। কিছুদিন পাচত তাই আই-এ পাচ কৰি লক্ষৌৰ 'লেডী টীচৰ' (Lady teacher) কলেজত ভৰ্ত্তি হৈছিল। কেতিয়াবা লক্ষৌত গলে তোমাক প্ৰেমাৰ লগত সাক্ষাত কৰাই দিব পাৰিম। ৰুড়কী এৰি আহিবৰ সময়ত মিষ্টাৰ ফ্ৰেঙ্কলিনে মোক এখন বাইবেল (New Statement) উপহাৰ দিয়ে।

এই সময়ত ৰুড়কীত থাকোতে মিষ্টাৰ ফ্ৰেঙ্কলিনৰ প্ৰোটেষ্টান গীৰ্জাৰ প্ৰাৰ্থনা সভাত যোগ দিবলৈ মোৰ অন্য এজন খৃষ্টিয়ান বন্ধু মিষ্টাৰ জৰ্জৰ লগত প্ৰায় শুক্ৰবাৰেই যোৱা অভ্যাস কৰিছিলো। 'প্ৰেমাৰ' মোহত পৰি নহয়, বৰং তেওঁলোকৰ প্ৰাৰ্থনা সভানো কেনে আৰু কি মুল নীতি পোৱা যায়। মিষ্টাৰ ফ্ৰেঙ্কলিনৰ ধৰ্ম্ম বক্তৃতাত ঈশ্বৰ ভক্তি, পৰোপকাৰ, দয়া আদি আধ্যাত্মিক সকলো ভাবৰেই প্ৰেৰণা শুনিব পোৱা যায়; যিয়ে ব্যক্তিৰ ভাতৃত্ব ভাবত (Brother-hood) উদ্‌বুদ্ধ কৰাত সহায় হয়। কিন্তু বাস্তৱ পিতৃত্ব (গুৰু)

গ্ৰহন কৰাৰ বাস্তৱ প্ৰথা 'কেন্দ্ৰিয়পুৰুষৰ' অভাৱ; যিয়ে ব্যক্তিৰ জীৱনত ভাতৃত্ব ভাৱক দৃঢ় কৰাত যথাৰ্থ সহায়ক হব পাৰে।

# হৰিদ্বাৰ

ৰুড়কীৰ পৰা হৰিদ্বাৰলৈ মটৰ বাটেৰে ১৬ মাইল মান দূৰত্ব। তিথিয়ে দোমাহীয়ে হৰিদ্বাৰত স্নান কৰিবলৈ ৰুড়কীৰ পৰা প্ৰায় হিন্দুয়েই যাতায়ত কৰি থাকে। ভাগ্যক্ৰমে কিছুদিনৰ কাৰণে মই হৰিদ্বাৰ আৰু ঋষিকেশৰ মাজত ৰায়ৱালা নামৰ ঠাইত এটা ইঞ্জিনীয়াৰিং 'ফিল্ড ক্ৰাফ্টৰ' (Field craft) কেম্পত থাকিব লগাত পৰিছিলো ইংৰাজী ১৯৫২ চনৰ আগষ্ট মাহৰ শেষ ভাগত। কেম্প গঙ্গাৰ পাৰত হাবিৰ মাজত। নতুন শিক্ষাৰ্থীৰ দলং আদি সজোৰাৰ 'ট্ৰেইনিং' আৰু 'ডিম'নেষ্ট্ৰেশ্বন' কৰাৰ কাৰণে ইঞ্জিনীয়াৰিং কেম্প পত্তা হৈছে। কেম্পৰ পৰা পশ্চিমে হৰিদ্বাৰলৈ চাৰি মাইল আৰু পূৱে ঋষিকেশলৈ প্ৰায় সাত মাইল মান দূৰ হব। মই অৱসৰ সময়লৈ প্ৰায়ে ফুৰিবলৈ ঘূৰিবলৈ হৰিদ্বাৰলৈ অহাযোৱা কৰি কটাইছিলো।

এই হৰিদ্বাৰ পুৰাণ-মহাভাৰত প্ৰসিদ্ধ, আদি যুগৰ পৰাই ই হিন্দুৰ পবিত্ৰ তীৰ্থ। য'ত স্নান-দান কৰিলে পুণ্যপ্ৰাপ্তি হোৱা বুলি হিন্দু মাত্ৰেই বিশ্বাস কৰে। ই বৰ্ত্তমান মুল গঙ্গানদীৰ পৰা কাটি অনা সুঁতী এটাৰ পাৰত। 'হৰকি-পয়েৰীয়েই' (হৰৰ পদস্থানে) হৰিদ্বাৰৰ প্ৰধান পুণ্যঘাট; যাক 'ব্ৰহ্মকুণ্ড'ও বোলে। ঘাটত পানীৰ মাজত গঙ্গা মন্দিৰেই প্ৰধান। সুঁতীটোৰ উত্তৰৰ পৰা দক্ষিণ পাৰলৈ দুয়োফালে দলঙেৰে সংযুক্ত আহল-বহল প্লেটফৰ্মৰ সোঁমাজতে ওখ এটি 'ক্লক্‌টাওয়াৰ'। 'হৰকি-পায়েৰী' ঘাটত জোতালৈ প্ৰৱেশ কৰা



নিষেধ। একাষে মহিলাৰ স্নানৰ কাৰণে সংৰক্ষিত ঠাই সজোৱা। হৰিদ্বাৰত মাছ-মাংস খোৱা নিষেধ। সেয়ে ব্ৰহ্মকুণ্ডত জাকে-জাকে ডাঙৰ ডাঙৰ মাছে ভৰি আছে; আৰু গাধোৱাৰ সময়তো ওচৰৰ পৰা ইহঁত পলাই নেযায়।

হৰিদ্বাৰত প্ৰতি বাৰ বছৰে কুম্ভমেলা হয়, য'ত ভাৰতৰ প্ৰায় সকলো ঠাইৰ পৰাই তীৰ্থযাত্ৰী আহি এই মেলাত ভৰি পৰে। যোৱা ইং ১৯৬২ চনৰ কুম্ভমেলাৰ সময়ত কেবাখনো নতুন দলঙ সজোৱা হয়; আৰু তীৰ্থযাত্ৰীৰ সংখ্যা লাখৰো ওপৰ হোৱা বুলি চৰকাৰী হিচাপে ঘোষণা কৰিছিল। গঙ্গানদীৰ মূল শাখাটো 'হৰকি-পায়েৰী' ঘাটৰ পৰা দক্ষিণে প্ৰায় দুই ফাৰ্লং মান দূৰেদি পাহাৰৰ কাষে কাষে বৈ গৈছে। গঙ্গানদীৰ ওপৰত প্ৰথম বান্ধ (Sluice gate) এটা 'ভীম গদা' নামে ঠাইত; হৰকি-পায়েৰী ঘাটৰ পৰা পূৱে কিছু দূৰত সজোৱা আছে।

হৰিদ্বাৰৰ কুচাঘাটত পিণ্ডদান আদিৰ কাৰ্য্য হৈ থাকে। তাৰ পশ্চিমে সুভাষ ঘাট; নেতাজী সুভাষ চন্দ্ৰৰ মাৰবলৰ প্ৰতিমুৰ্ত্তি এটি স্থাপিত। হৰিদ্বাৰৰ ৰেলৱে ষ্টেচনৰ সন্মুখত সদৰ ৰাজবাটত মাৰ্বলৰ মৃত্যুঞ্জয়ৰ প্ৰতিমুৰ্ত্তি এটিও স্থাপিত আছে; যিয়ে নৱাগত তীৰ্থযাত্ৰীৰ সকলোৰে চকু আকৰ্ষণ কৰি থাকে।

হৰিদ্বাৰৰ পশ্চিমে এমাইলমান দূৰত গুৰুকুল কাঙ্গিৰী বিশ্ব-বিদ্যালয়। ইয়াত পুৰণি আৰ্য্য-তপোবনৰ ধৰণে শিক্ষা আদি হয়; আৰু ইয়াৰ ওচৰতে গঙ্গাৰ পাৰত পুৰণি নাম থকা প্ৰসিদ্ধ কংখল নগৰৰ ভগ্নাৱশেষ বুলি কয়। যিঠাই এসময়ত দক্ষ ৰজাৰ ৰাজধানী বুলি মহাভাৰতত উল্লেখ আছে। হৰিদ্বাৰৰ পৰা পূৱে ৰায়ৱালা ষ্টেচনলৈ গাড়ী আহি প্ৰধান লাইনটো দেৰাদুনলৈ আৰু অন্য এটা ব্ৰাঞ্চ লাইন ঋষিকেশলৈ যায়।

# ঋষিকেশ

বায়ৰালা কেম্পৰ পৰা ৭ মাইল পূবত থকা ঋষিকেশলৈও মই তীৰ্থযাত্ৰী হিচাপে নহলেও, দৰ্শক হিচাপে কেম্পৰ পৰা দোমাহী তিথিয়ে যাই থাকিবলৈ সুবিধা বিচাৰি উলিয়াইছিলোঁ।

এই ঋষিকেশৰ পৰাই গঙ্গানদী ভৈয়ামলৈ বৈ আহিছে। ইয়াত ত্ৰিবেনীঘাট থকাবুলি কল্পনা কৰা হয় সৰস্বতীৰ সংযোগত। আচলতে তেনেকোনো প্ৰাকৃতিক দ্বিতীয় জল-সংযোগ নাই। ত্ৰিবেনী ঘাটৰ ওচৰতে ৰামমন্দিৰ, আৰু চহৰৰ মাজত ভৰত মন্দিৰ; লগতে চহৰৰ একাষে শত্ৰুঘ্ন মন্দিৰ। ঋশিকেশৰ উত্তৰে তুমাইল মান দূৰত "লক্ষণ ঝূলা" নামৰ ঠাই; য'ত গঙ্গাৰ ওপৰত এখন বিনা খুটাৰে তাঁৰৰ জৰিৰ দ্বাৰা সজোৱা দলং ( Suspusion Bridge ) ঝুলনৰ নিচিনাকৈ ওলমি আছে। সেয়ে এই ঠাইৰ নাম লক্ষণ ঝুলা বুলি কয়। যি ঠাইত লক্ষনজীৰ সমাধি হোৱা বুলিও প্ৰবাদ আছে। লক্ষনঝুলা ঘাটৰ কাষতে গঙ্গাৰ পুৰপাৰে সন্তসেৱা আশ্ৰম আৰু মহাৰাণী ৰিদ্যাৱতী কৌৰৰ 'টিকাৰী'।

ঋষিকেশ সনাতন ধৰ্মচৰ্চাৰ ঠাই। সেয়ে ইয়াত বহু ধৰ্মানুষ্ঠান গঢ়ি উঠিছে। লক্ষণঝুলা আৰু ঋষিকেশৰ মাজৰ ঠাই ডোখৰত গঙ্গাৰ পুৰপাৰে পৰমাৰ্থ নিকেতন, গীতাভৱন, স্বৰ্গাশ্ৰম, আৰু কালীকমলীৱালী আশ্ৰম ভক্ত আৰু সাধক ৰিলাকৰ কাৰণে উপযুক্ত ধৰ্ম্মসংস্থা; য'ত দিনে ৰাতি ধৰ্ম্ম আলোচনা, অভ্যাস আৰু নীতিবচন আদিৰ চৰ্চা হৈ থাকে। লগতে গঙ্গাৰ পশ্চিম পাৰে কৈলাস নামৰ আশ্ৰমত বিশ্বনাথ মন্দিৰ, শিৱানন্দ আশ্ৰমৰ ভগৱত জীৱন সঙ্ঘ—Divine Life Society; আৰু লক্ষনঝুলাৰ কাষত



লক্ষ্মীনাৰায়ণ ধ্ৰুৱ মন্দিৰ নামে এটি সৰু মন্দিৰ আছে।

'দাইভিন্ লাইফ্ চোচাইটিৰ' প্ৰতিষ্ঠাতা স্বামী শিৱানন্দজী সৰস্বতীৰ দ্বাৰা ইংৰাজী ১৯৩৯ চনত ঋষিকেশত স্থাপিত। এই সঙ্ঘত দক্ষিন ভাৰতৰ ভক্তই সংখ্যাধিক। এওঁলোকৰ অভ্যাস: অহিংসা, সত্য, ব্ৰহ্মচৰ্য্য, সেৱা, প্ৰেম, ত্যাগ, ধ্যান আৰু ধাৰণা।

ঋষিকেশ ঠিক হিমালয়ৰ প্ৰথম পৰ্ব্বতশ্ৰেণীৰ কাষতেই গঙ্গানদীৰ পশ্চিম পাৰত। অন্যপাৰে ওখ পৰ্ব্বত। এই ঋষিকেশৰ পৰাই উত্তৰে কেদাৰ নাথ, বদ্ৰিনাথ, গঙ্গোত্ৰী, কৈলাস আদিলৈ যাবৰ বাট; য'ৰপৰা পৰ্ব্বত বগাবৰ আৰম্ভ হয়। ঋষিকেশৰ পৰা দেৱ-প্ৰয়াগলৈ উত্তৰে ৪২ মাইল দূৰ। হৰিদ্বাৰৰ পৰা ভাৰতৰ উত্তৰে এই বাটেৰে ঋষিকেশকে আদিকৰি এই পৰ্ব্বত অঞ্চল কৈলাসলৈ হিন্দুৰ তীৰ্থ প্ৰধান ঠাই। সেয়ে এই তীৰ্থ বিলাকত বছৰে শীতৰ পাচত বহুতীৰ্থ যাত্ৰীৰ যাত্ৰা হৈ থাকে।

# জনচাৰ-মৌচুৰী

ঋষিকেশৰ ওচৰত গঙ্গাৰ পাৰত ইঞ্জিনীয়াৰিং ফিল্ড্কেম্পত সাত মাহ মান থকাৰ পাছত মই অন্য এটা ইঞ্জিনীয়াৰিং চাৰ্ভেট্ৰেইনিং দলৰ লগত নিযুক্ত হৈ মেডিকেল সাহায্যৰ কাৰণে 'জনচাৰ' অঞ্চলৰ পাহাৰলৈ যাব লগা হল, ইংৰাজী ১৯৫১ চনৰ ডিচেম্বৰ মাহত; আৰু এইবাৰ যাত্ৰাত দেৰাহুনৰ ওচৰত থকা মৌচুৰীচহৰ খনো চাবৰ সুবিধা পালোঁ।

জনচাৰ অঞ্চল দেৰাহুন চহৰৰ উত্তৰে এখণ্ড হিমালয়ৰ পাহাৰী অঞ্চল। দক্ষিণে মৌচুৰী চহৰৰ পৰা উত্তৰে হিমালয়ৰ মাজত আঠ হাজাৰ ফুট ওপৰত থকা চক্ৰতা টাউনলৈ প্ৰায় ৪৪৭ বৰ্গ মাইলৰ

এটা আদিম অঞ্চল; প্ৰায় দুই হাজাৰ ফুটৰ ওখৰ পৰা ৯ হাজাৰ ফুট ওপৰলৈ বসতি। এই অঞ্চলত থকা অধিবাসী বিলাকক জনচাৰী বোলে। যিসকল প্ৰায় পাহাৰী নেপালী বিলাকৰ নিচিনা এটা জনজাতি। এই অঞ্চলত প্ৰবাদ আছে, মহাভাৰতৰ পঞ্চপাণ্ডৱৰ স্বৰ্গাৰোহন এই জনচাৰৰ বাটেদিয়েই হিমালয়ৰ যাত্ৰা হৈছিল বুলি। উত্তৰে চক্ৰতাৰ ওচৰত এই হিমালয় পৰ্ব্বতৰ মাজত 'পঞ্চপাণ্ডৱৰ কুঠি' নামাকৰণেৰে স্মৃতিথকা এতিয়াও এডোখৰ ঠাইৰ উল্লেখ আছে যিঠাই প্ৰায় আঠ হাজাৰ ফুট ওপৰত।

সেই কাৰণেই বোধহয় এতিয়াও জনচাৰী বিলাকৰ বিবাহ পদ্ধতি পঞ্চপাণ্ডৱৰ অনুৰূপত হৈ থাকে। তথা ঘৰৰ বহুভাইৰ বৰ্ত্তমানেও সবাতকৈ ডাঙৰ ভাইজনেহে মাত্ৰ বিবাহৰ সামাজিক অনুমতি পায় আৰু বাকী তলতীয়া ভাই বিলাকেও সেই একে বিবাহৰে অংশধাৰী বুলি সামাজিক স্বীকৃতি লাভ কৰে। সংখ্যাধিক ভাই বা ঘৰৰ আৱশ্যক অনুপাতে বহুবিবাহৰো প্ৰচলন আছে। কিন্তু ডাঙৰ জনৰ দ্বাৰাইহে সকলো বিবাহ সম্পন্ন হয়। সন্তান-সন্ততি বিলাকে ক্ৰমান্বয়ে ডাঙৰ বাপ, মাজু বাপ আৰু সৰু বাপ বুলি সম্বন্ধ ৰাখে। ই জনচাৰী বিলাকৰ এতিয়াও বৈবাহিক সামাজিক প্ৰথা।

জনচাৰী বিলাকৰ কোনো তিৰোতাৰে, এনেকি সৰু ছোৱালীটিৰ পৰা বুঢ়ী জনীলৈ মূৰত কাপোৰ নোহোৱাকৈ নেথাকে। বিশেষকৈ মূৰত ক'লা কাপোৰ এডোখৰ নোবান্ধা চুলি বিলাকৰ দুয়োকাষে মূৰেৰে সৈতে ঢাক খুৰাই পিছলৈ ওলমাই ৰাখে। সিহঁতে চুলি নেবান্ধে। প্ৰবাদ, দ্ৰৌপদীৰ কেশকৰ্ষণৰ পাচৰ পৰা দুঃশাসনৰ মৃত্যুলৈ দ্ৰৌপদীয়ে কেশ নেবান্ধা প্ৰতিজ্ঞাৰ অনুৰূপত জনচাৰিনী বিলাকেও সামাজিক নীতি হিচাপে সৰুৰে পৰা চুলি নেবান্ধা ব্যৱহাৰিক নিয়ম পালন কৰি আহিছে। সিহঁতে ব্যৱহাৰত 'ঘাগ্ৰা' পিন্ধে; আৰু বাকী ওপৰৰ শাৰীৰিক আৱৰণ ব্লাউজৰ নিচিনা সৰুকোট



ব্যৱহাৰ কৰে। এই অঞ্চলত এতিয়াও নব্যশিক্ষিতা মহিলা, তথা নব্যশিক্ষিত পুৰুষৰ অভাৱ। সেয়ে এই জনচাৰী জনজাতী পাহাৰী অঞ্চলৰ ব্যৱহাৰিক আচাৰ-নীতি বিলাক সামাজিক প্ৰথা হিচাপে এতিয়াও পালন হৈ আহিছে।

জনচাৰী বিলাক হিন্দু। এওঁলোকৰ চতুৰবৰ্ণৰ বিশেষ পৰিচয় আছে; আৰু বিবাহৰো অনুলোম প্ৰথাই প্ৰচলিত। অৰ্থাৎ সৰু জাতত ছোৱালী বিবাহ দিয়া সামাজিক প্ৰতিবন্ধক আছে। জনচাৰিনী ছোৱালীৰ দাম আছে। সিহঁতৰ শাৰীৰিক সৌন্দৰ্য্যৰ কাৰণে নহয়; বোধহয় জনচাৰী সমাজত তিৰোতাৰ সংখ্যালঘুৰ কাৰণেহে। যিহেতু প্ৰায় বিবাহতে কিছু ধনৰ বিনিময়তহে ছোৱালী লাভ হয়। পাহাৰী জনচাৰিণী বিলাক স্বাভাৱিকতে পৰিশ্ৰমী। সেয়ে বোধহয় ইহঁতৰ গৃহিণী জীৱনৰ মূল্য বিবাহত অৰ্থ খৰচৰ দ্বাৰাই নিৰূপণ হয়। বিবাহৰ পাচতো ছোৱালীয়ে সন্তান নোহোৱালৈ প্ৰতি বছৰে মাকৰ ঘৰত ছমাহ আৰু স্বামীৰ ঘৰত ছমাহ থাকে। মাকৰ ঘৰত থকা সময়ত ইহঁতক 'ধাণ্ডী' আৰু স্বামীৰ ঘৰত থকা সময়ত ইহঁতক 'ৰতি' বোলে। খেতি আৰু পশুপালনেই জনচাৰী বিলাকৰ প্ৰধান জীৱিকা।

এই অঞ্চলৰ সদৰ ঠাই চক্ৰতা; হিমালয়ৰ মাজত প্ৰায় আঠ হাজাৰ ফুট ওপৰত। এটা সৈনিক চাউনীৰে সৈতে দেৰাডুন জিলাৰ ই এটা চাবডিভিজনও। ইয়াত সৈনিক হস্পিতালৰ টি-বি 'চেনিটোৰিয়াম্‌' এটা আছে। পুৱাকালে ওচৰতে নন্দাদেৱী পৰ্ব্বতৰ টিঙটো ভালকৈ চকুত পৰে। দেৰাডুনৰ পৰা চক্ৰতা উত্তৰে প্ৰায় ৫০ মাইলমান দূৰত।

দেৰাডুন চহৰৰ ওচৰত আৰু ওপৰত থকা মৌচুৰী চহৰ চাৰে ছয় হাজাৰ ফুট ওখত; জনচাৰী অঞ্চলৰেই ভিতৰত দক্ষিণ সীমাত পৰে। মৌচুৰী চহৰ দেৰাডুনৰ পৰা একা-বেঁকা মটৰ বাটেৰে প্ৰায়

বিশ মাইল দূৰত। কিন্তু পাহাৰী বাটেৰে বগাই গলে দুৰত্ব সাত মাইল মানহে হয়। মৌচুৰী উত্তৰ ভাৰতৰ এখন মনোমোহা পাহাৰী স্বাস্থ্যকৰ ঠাই। য'ত গ্ৰীষ্মকালত দৰ্শক, পৰিদৰ্শক, ভ্ৰমণকাৰী আৰু হাঁৰা বদলি কৰিবলৈ অহাৰ সংখ্যা বাঢ়ি উঠে। মৌচুৰী চহৰৰ দুটা ডাঙৰ অংশ, —'কুলহাৰী বৰ্জাৰ' আৰু 'লেন্‌দৌৰ বজাৰেই' প্ৰধান। আটাইতকৈ ওখত প্ৰায় সাত হাজাৰ ফুট ওপৰত 'বেনোগ অব্‌জাৰভেটৰী'। মৌচুৰীৰ কাষত 'কামন্তী', 'মোচী' আৰু 'ভাটিয়া' নামৰ তিনিটা জলপ্ৰপাত; ক্ৰমান্বয়ে তিনি মাইল, আঢ়ৈ মাইল আৰু এক মাইল দূৰত আছে। এই বিলাক ঠাইত ছুটীৰ দিনা পিক্‌নিক খাবলৈ চহৰী আৰু 'টুৰীষ্ট' বিলাবৰ আড্ডা জমি উঠে। চহৰৰ কিছু দূৰত 'লাইফিৰলীয়া' নামৰ ঠাই এডোখৰো দৰ্শক বিলাকৰ বিশেষ দৰ্শনীয়।

## চাৰ্ভে কেম্প

আমাৰ চাৰ্ভেকেম্পত প্ৰায় ৫০ জন মান সৈনিক চাৰ্ভেয়াৰ ৰুড়কীৰ বেঙ্গল ইঞ্জিনিয়াৰিং গ্ৰুপৰ 'আপ্‌গ্ৰেডিং পৰীক্ষাৰ্থী আছিল। চাৰ্ভেয়াৰ কেপ্তেইন্ হুকুম সিঙৰ তত্ত্বাৱধানত প্ৰায় চাৰেতিনি হাজাৰ ফুট ওখত থকা চাহিয়া বোলা ঠাইত কেম্প পতা হৈছিল। চাহিয়া, দেৰাডুন চহৰৰ পৰা ওপৰত উত্তৰে ৩৫ মাইল, আৰু চক্ৰতা টাউনৰ পৰা দক্ষিনে নামনিত ১৫ মাইল দূৰত অৱস্থিত, সৰু এখন বজাৰ জনচাৰ অঞ্চলৰ মাজত। ওচৰতে ওখ ওখ পাহাৰৰ টিলা বিলাকত জনচাৰী গাওঁ বিলাক। ঠাইডোখৰ দেৰাডুন চক্ৰতাৰ পৰা অহাযোৱা মটৰ জিৰনিৰ আড্ডা। এখন ৰেষ্টুৰেণ্টে সৈতে কেইখনো দোকান; আৰু এটা ব্ৰাঞ্চ পোষ্টফিচৰ লগত এটা পাঠশালা স্কুলও আছে। একাষে আমাৰ চাৰ্ভেকেম্পৰ মিলিটাৰীৰ (MESওৰ)



সৰু সৰু বগা ঘৰ (HUT) কেইটাৰ সৌন্দৰ্য্যই চাহিয়া কেম্পক পাহাৰৰ মাজতো সজীৱতা জগাই তুলিছে। ইয়াত এটা ডাকবঙলাও আছে। কেম্পৰ কাষেৰে সৰু এটা পাহাৰী নদী; য'ত ঠায়ে ঠায়ে আটাগুড়া কৰা পানীৰ ঘাঁনি, গাৱঁলীয়া বিলাকে পানী শক্তিক উচিত সৎব্যৱহাৰত কামত লগায়।

চাৰ্ভেয়াৰ বিলাকৰ তিনিমাহৰ কোৰ্চ। 'টোপোগ্ৰাফী' (Topography) আৰু ফিল্ড্ চাৰ্ভে, দুয়োটাৰে অনুশীলন, ড্ৰাফ্‌ট (Draft) আৰু মেঁপ স্কেটচ্' (Sketch) আদি কৰাত ব্যস্ত। সেয়ে সিহঁত দিনৰ দিনটো পিঠিত নিজৰ নিজৰ কম্প্যাচ্, পি—টি (Plain Table) বোৰ্ডলৈ চাৰি-পাচ হাজাৰ ফুট ওখ টিলা বিলাকত পয়েণ্ট্ (Point) বিচাৰি ফুৰে; আৰু সন্ধ্যা আহি কেম্পত স্কেটচ্ তৈয়াৰ কৰিব লাগে। কেম্পত ডাক্তৰ নাই; মইয়ে মেডিকেলৰ সাহায্য কৰ্ত্তা। সময়ৰ অৱসৰ বিচাৰি কেতিয়াবা চাৰ্ভেয়াৰ বিলাকৰ লগত পাহাৰৰ টিলাত বগাবলৈ; আৰু কেতিয়াবা কণী-কুকুৰা বিচাৰি জনচাৰী গাওঁ চাবলৈ মইও পাহাৰৰ ওপৰত এখন গাওঁৰ পৰা আন এখন গাওঁলৈ বগাই ফুৰিছিলোঁ।

সাগৰৰ সমতলৰ পৰা তিনি-চাৰি হাজাৰ ফুট ওপৰত প্ৰাকৃতিক সৌন্দৰ্য্যৰে ভৰা জনচাৰী পাহাৰী গাওঁ; হিমালয় পৰ্ব্বত শ্ৰেণীৰ মাজত। চহৰৰ পৰা বহুদূৰ। সেয়ে জনচাৰী বিলাকক নব্যচহৰৰ দূষিত বতাহে স্পৰ্শকৰি গাওঁত ব্যভিচাৰ আৰু চাল-চাতুৰিৰে ভিজাব পৰা নাই। পাহাৰৰ ওপৰে ওপৰে সেউজীয়া খেতি, ঝৰণাৰ দ্বাৰা বৈ অহা নিৰ্ম্মল পানী, গৰু ম'হে খাবৰ কাৰনে সৰু সৰু ঘাঁহনি, আৰু ঠায়ে ঠায়ে পৰ্ব্বতীয়া গছৰ হাবি। য'ত দলবান্ধি জনচাৰী পাহাৰী গাভৰু বিলাকে জলাবৰ কাৰণে পাহাৰী ফুলৰ কৰ, মৰা গছৰ ঠাৰি, পাহাৰী গুনিয়াল, আৰু শিলিখাগুটি আদি বুটলি ফুৰে। আৰু তেতিয়া এই বনচাৰী গাভৰু বিলাকৰ মুকলি মুৰিয়া সঙ্গত

সিহঁতৰ যৌৱন ভেদকৰি নিৰ্মল হৃদয়ৰ পাহাৰী গাভৰু-মুখৰ গুৱলা সুৰটি দূৰ বননিৰ পৰা, আৰু কৰ্ম্মব্যস্ত খেতিপথাৰৰ পৰা যেতিয়া পাহাৰী বতাহৰ ঢৌত ভাঁহি আহি নবাগত পথিকৰ কাণত পৰে; তেতিয়া হয়তো ডাঙৰ চহৰৰ সুসজ্জিত ষ্টুডিওৰ নাম কৰা গায়িকা আৰু ৰেকৰ্ডৰ গানতকৈও সুমধুৰ লাগে। আৰু তেতিয়া পাহাৰী আৰ-হাৰাৰ পৰিৱেশত নিজৰ মন-প্ৰাণ স্বাভাৱিকতে বসন্তত নাচি উঠে। লগতে পাহাৰৰ টিলাৰ পৰা ভেৰাচ'ৰা বিলাকৰ বাঁশুৰীৰ সুৰ মাজে মাজে ভাঁহি আহি কাণত মৌঢালি দিয়েহি।

সুঠাম-সুশ্ৰী, স্বাস্থ্যৱতী পাহাৰী জনচাৰী গাভৰু; প্ৰকৃতিৰ জীয়ৰী। সঙ্গত ভালী-ভুলী,—অবিশ্বাস নাই, অসহ্য নাই, অব্যৱহাৰো নাই! সিহঁতে নাজানে মিছা কব, নাজানে অস্বীকাৰ কৰিব আৰু নাজানে অমান্য কৰিব। জনচাৰী গাওঁৰ ঘৰত তলা নেবান্ধে, চুৰি কৰিব নেজানে, অভ্যাগতক অবিশ্বাস নকৰে; আৰু তিৰোতাকো সন্দেহ কৰিবৰ কোনো কাৰণ নেথাকে। বহু পাহাৰী গাওঁ,—খাচিয়া, ডফলা, কাশ্মিৰী আদি দেখিছোঁ; ৰোহিণী। কিন্তু জনচাৰী পাহাৰৰ গাওঁৰ নিচিনা সন্দেহহীন অন্তৰৰ জনজাতি বহু কমেই জীৱনত দেখিব পাইছো।

ডিচেম্বৰ জানুৱাৰী মাহ। চক্ৰতালৈ খাদ্য আনিবলৈ আমাৰ কেম্পৰ গাড়ী সময়ে সময়ে যায়। চক্ৰতা চাবলৈ এদিন মইও ওলালো ইংৰাজী ১৯৫১ চনৰ জানুৱাৰীৰ ২২ তাৰিখে। চাহিয়াৰ পৰা ওপৰলৈ ১৫ মাইল যাওঁতে প্ৰায় দুঘণ্টাৰো বেছি সময় লাগিল। একা-বেঁকা পাহাৰী ওখ আঠ হাজাৰ ফুট ওপৰলৈ যাওঁতে গাড়ীৰ যাত্ৰীৰ প্ৰায় সকলোৱেই মূৰ ঘূৰায়, অৰ্থাৎ চক্কৰ আহে। সেয়ে এই ঠাইৰ নাম (চক্কৰ+আতা) চক্ৰতা বুলি কয়। চক্ৰতালৈ গৈ দেখিলো, আগৰদিনা ৰাতি ৰবফ পৰি সকলো ফালে বগা পৰি আছে। প্ৰায় দুই তিনি ফুট গভীৰ বৰফৰ পথাৰ। এয়ে চক্ৰতাতেই মই



প্ৰথম বৰফ পৰা দেখিব পাইছিলো, আপোন জীৱনত। ইয়ে এটি মোৰ দৰ্শক জীৱনৰ প্ৰথম অভিজ্ঞতা। ইয়াৰ পাচত হয়তো বৰফৰ গুহাতেই কেবামাহো কটাব লগাত পৰিছিল কাশ্মীৰ-লাদাখত।

তিনি মাহৰ পাচত চাহিয়া কেম্প শেষ কৰি নিজৰ পুৰণি ঠাই আহি পালো ৰুড়কী হস্পিতাললৈ। য'ত তিনিটা বছৰ থকাৰ পাচত ইংৰাজী ১৯৫৩ চনৰ নবেম্বৰ মাহৰ ১১ তাৰিখে প্ৰথমবাৰ কাশ্মীৰৰ চাকৰীলৈ যাব লগাত পৰিল। ৰোহিণী, কাশ্মীৰ দেখা সম্বন্ধে মোৰ প্ৰথমখন আপোন-প্ৰিয়াত 'পৰিভ্ৰমণ' বুলি ঠাইৰ উল্লেখ কৰি লিখিছো; যিখন 'আপোন-প্ৰিয়া' আৰু "যিজনী আপোন প্ৰিয়া" তোমাৰ সঙ্গ পোৱাৰ আগৰ কথা তথাপিও চাকৰী জীৱনত কাশ্মীৰৰ চুকে-কোণে ঘূৰি ফুৰিবৰ সুবিধা পোৱাৰ কথা তোমাকো কৈ আজি মই নিজেই তৃপ্তি পাম।

## কাশ্মীৰ

ৰোহিণী, কাশ্মীৰ প্ৰদেশখনৰ প্ৰাকৃতিক খণ্ড হিচাবে তিনিটা ভাগত ভগাব পাৰি—যি অংশ আমাৰ ভাৰতৰ দখলত আছে। জম্মু অঞ্চল, কাশ্মীৰ ভেলী আৰু লাদাখৰ পাৰ্ব্বত্য অঞ্চল। আচলতে কাশ্মীৰ ভেলীৰ দক্ষিণ দুৱাৰ মুখ 'বানিহাল পাচ' ৯ হাজাৰ ফুট ওখৰ সুৰঙ্গইদি (যাক পিৰ-পাঞ্জল টুনেল বোলে; ইংৰাজী ১৯৫৮ চনৰ আগৰ সুৰঙ্গ) পাৰহৈ শ্ৰীনগৰলৈ যাব লাগে। এই বানিহাল পৰ্ব্বতমালাৰ পৰাই হিমালয় ৰেঞ্জ আৰম্ভ হৈ উত্তৰে তিৰ্ব্বত মাল-ভূমিলৈ হিমালয় পৰ্ব্বতে আগুৰি আছে। কাশ্মীৰৰ সদৰ শ্ৰীনগৰ, জেলুম নদীৰ দুয়োপাৰে, আৰু কাষতে বিশাল দাল লেকৰ সৌন্দৰ্য্যই শ্ৰীনগৰৰ 'শ্ৰী' বঢ়াই ৰাখিছে।

মই প্ৰথমেই শ্ৰীনগৰৰ পৰা প্ৰায় ৫০ মাইল মান পশ্চিমে দ্ৰিগুমুল্লা (Drumulla) বোলা ঠাইত যাব লগা হল; য'ত ৮৬ নং ফিল্ডএম্বুলেঞ্চৰ ইউনিট্‌টো আছিল। দিগুমুল্লাৰ পৰা আৰু পশ্চিমে প্ৰায় ২৫ মাইলমান দূৰলৈ 'টি-পি' বোলা এটা পোষ্টত শীত কালৰ প্ৰায় ছমাহ কাল কটাব লগাত পৰিছিল। যি পোষ্টটো দহ হাজাৰ ফুট ওখ 'নাস্তাচন্‌ পাচৰ' ঠিক নামনিতে, সাগৰৰ সমতলৰ পৰা প্ৰায় আঠ হাজাৰ ফুট ওপৰত। এই ঠাইৰ ওচৰত গাওঁ-বস্তি নাই। আমি মাত্ৰ অহা-যোৱা সাময়িক দুৰ্ঘটনাৰ সাহায্যৰ কাৰণে পোষ্টটো ৰক্ষা কৰি থাকিব লগাত পৰিছিল। মই থকা বছৰত (ইং ১৯৫৪ চনত) এই টি-পি পোষ্টত ছমাহৰ ভিতৰত প্ৰায় ৩৫ ফুটৰো উপৰ বৰফ পৰাৰ ৰেকৰ্ড মই নিজে হিচাপ কৰি ৰাখিব লগাত পৰিছিল; আৰু এই শীতৰ তিনিমাহ মান প্ৰায় দহ-বাৰ ফুট বৰফ মাটিৰ ওপৰত সদায় জমা থাকে। আমি ইয়াত বৰফৰ মাজেৰে সুৰঙ্গ কৰি এটা ঘৰৰ পৰা আন এটা ঘৰলৈ অহা-যোৱা বাট সজাই জীৱনত বৰফৰ লগত কাশ্মীৰ বাসত প্ৰথমবাৰ খেলিবলৈ সাহস আৰু সুবিধা লাভ কৰিছিলো।

টি-পি পোষ্টৰ পৰা শীতৰ শেষত ঘূৰি আহি আকৌ শ্ৰীনগৰৰ পৰা ৩০ মাইলমান উত্তৰে থকা বাণ্ডিপুৰ বোলা পোষ্টলৈ যাওঁ। ইয়াত মই প্ৰায় ছ মাহমান কাল কটাইছিলো এই বাণ্ডিপুৰ এখন সৰু বজাৰ; কাশ্মীৰ তথা ভাৰতৰ ভিতৰতে এটা সৰ্ব্ববৃহত হ্ৰদ 'উলাৰলেকৰ' পাৰত। এই উলাৰলেকটো প্ৰায় ১৪ বৰ্গ মাইলমান বহল। যদিও দেখাত ডাললেকৰ নিচিনা সৌন্দৰ্য্য, গভীৰ আৰু নিৰ্ম্মল নহয়। এই বাণ্ডিপুৰ অঞ্চলটোত পৰ্য্যাপ্ত পৰিমাণৰ আঙুৰ, আপেল, নাচপতি, আখৰুত, কাবুলীবাদাম আদি বহু সুমিষ্ট ফল পোৱা যায়।

বাণ্ডিপুৰত থাকোঁতে মই কাশ্মীৰৰ উত্তৰ-পশ্চিম খণ্ড, শ্ৰীনগৰ



চহৰৰ পৰা প্ৰায় ৭০-৮০ মাইলমান দূৰত থকা গুৰেজ্‌ বোলা ঠাইলৈও, এঘাৰ হাজাৰ ফুট ওখ 'ৰাজধান্‌ পাচ্‌' পাৰ হৈ এবাৰ গৈছিলো। এই গুৰেজ অঞ্চলত হুনজা জনজাতি মানুহৰ বসতি। এসময়ত এই হুনজা বিলাক পৃথিৱীৰ ভিতৰতে গঢ়ে আটাইতকৈ বেচি দীৰ্ঘায়ু মানুহ বুলি গনণাত প্ৰমাণ হৈছিল। এই গুৰেজৰ পৰাই পাকিস্থানৰ দখলত থকা গিল্‌গিট্‌ বোলা ঠাইলৈ অতি ওচৰৰ পৰ্ব্বতীয়া অহা-যোৱা বাট। এই বিলাক ঠাইৰ (ৰাজধান্‌ পাচ, নাস্তাচন পাচ, ঝজিলা পাচৰ) ওচৰলৈ দেশী-বিদেশী বহিৰাগত কোনো ভ্ৰমণকাৰীকে যাবলৈ অনুমতি দিয়া নহয়; যিঠাই প্ৰতিৰক্ষা বাহিনীৰ দ্বাৰা সদায় সংৰক্ষিত। কাশ্মীৰৰ এই ভিতৰুৱা ঠাই বিলাকত স্বাভাৱিকতে জনবসতি কম আৰু চহৰী জীৱনৰ পৰা বহু নিলগত। গুৰেজ অঞ্চলত 'চেণ্টনিন্‌' (Santonine) বোলা ঔষধৰ বাঁহনি পাহাৰ ভৰি আছে; যি 'চেণ্টনিন্‌' পেটৰ পেলুৰ কাৰণে ব্যৱহাৰ কৰা হয়।

বাণ্ডিপুৰ এবাৰ পাচত মই আকৌ কাশ্মীৰৰ কাৰ্গিল বোলা ঠাইলৈ যাব লগা হল, ইংৰাজী ১৯৫৫ চনৰ ~~চনৰ~~ জুলাই মাহৰ ১৬ তাৰিখে। কাৰ্গিল, কাশ্মীৰৰ উত্তৰ-পূৰ সীমান্ত জিলা লাদাখৰ এটা চাৰডিভিজন; প্ৰায় আঠ হাজাৰ ফুট ওখত সিন্ধুনদৰ পাৰত। এঘাৰ হাজাৰ ফুট ওখত থকা 'লেহ' হল লাদাখ জিলাৰ সদৰ। কাশ্মীৰৰ লাদাখ জিলাখন শীতকালত প্ৰায় তিনি চাৰি মাহ বৰফৰ দ্বাৰা আবৃত হৈ থাকে। এই ঠাই বিলাকত কেতিয়াও দোপালপিটা বৰষুণ নহয়। কিন্তু বৰষুণৰ ঠাইত আকাশৰ পৰা দোপালপিটা বৰফহে পৰে; আৰু এই বৰফে অলি-গলি পানী হৈ দক্ষিণবাহিনী সিন্ধু, গঙ্গা আৰু ব্ৰহ্মপুত্ৰক উপচাই ভৈয়ামত বানপানীৰ ৰূপ লয়।

শ্ৰীনগৰৰ পৰা কাৰ্গিললৈ যাওঁতে সোনামাৰ্গ বোলা ঠাইদি যাব লাগে। যিঠাইখন কাশ্মীৰ পৰিদৰ্শক আৰু ভ্ৰমণকাৰী বিলাকৰ কাৰণে

থকা আৰু চোৰাৰ এখন আগ্ৰহৰ ঠাই। মই প্ৰায় দহজন মানৰ এটা দলেৰে সৈতে আমি এই সোণামাৰ্গৰো আগলৈ গৈ 'ঝাজিলা পা'চৰ' ঠিক নামনিতে থকা ৰাল্টাৰ বোলা ঠাইৰ পৰা চাৰিদিন খোজ কাঢ়ি দ্ৰাচ্ বোলা ঠাই অতিক্ৰম কৰি কাৰ্গিল পাওঁগৈ। 'দ্ৰাচ্' কাশ্মীৰৰ ভিতৰতে আটাইতকৈ ঠাণ্ডা ঠাই বুলি কয়। ৰাল্টাৰৰ পৰা পূৱে পৰ্ব্বতীয়া বাটেৰে মহাতীৰ্থ অমৰনাথলৈ মাত্ৰ ৯ মাইল দূৰ। কাৰ্গিলৰ পৰা পূৱলৈ আকৌ দুই দিনৰ বাট কঢ়িয়াই মই 'বাটালিক' বোলা পোষ্ট এটালৈ এঘাৰ হাজাৰ ফুট ওখৰ 'হামলুটং-লা' পৰ্ব্বত পাৰহৈ যাব লগাত পৰিছিল। যিঠাইত মই প্ৰায় তিনিমাহমান সিন্ধু নদীৰ পাৰত এই পৰ্ব্বতৰ মাজত থকা পোষ্টত কটাওঁ। এই বাটালিক (গুৰ্‌গুঁদূহু) অঞ্চলতো পৰ্য্যাপ্ত পৰিমাণে খুবৰানী ফল পোৱা যায়। ইয়াৰ অধিবাসী বিলাক লাদাখী প্ৰায়ে মুছলমান।

বাটালিক পোষ্টৰ পৰা সাময়িক কৰ্ম্মশেষ কৰি তিনি মাহৰ পাচত আকৌ কাৰ্গিললৈ ঘূৰি আহোঁ। আৰু তাত দুইদিন মান থকাৰ পাচত কাৰ্গিলৰ 'লা-গাৰ্ডিয়ান' (La-Gaurdian) এৰোড্ৰোমৰ পৰা মই পোণ প্ৰথমবাৰৰ কাৰণে ইংৰাজী ১৯৫৫ চনৰ অক্টোবৰ মাহৰ ২১ তাৰিখে আকাশী জাহাজেৰে উৰি আহি (এঘণ্টা ২০ মিনিটত) শ্ৰীনগৰৰ ডামোদৰ এৰোড্ৰাম পাওঁহি। এয়ে মোৰ এৰোপ্লেনত উঠা প্ৰথম অভিজ্ঞতা।

শ্ৰীনগৰত থাকোতে কাশ্মীৰৰ কেবাখনো চাব লগা ঠাই ঘূৰিলো। এদিন আঠ হাজাৰৰো ওখত থকা গুলমাৰ্গ বোলা পৰ্ব্বতলৈ ভাড়া ঘোঁৰাত উঠি ফুৰিবলৈ গৈছিলো। গুলমাৰ্গখন শ্ৰীনগৰৰ পৰা প্ৰায় ৪০ মাইলমান পশ্চিমে। শ্ৰীনগৰৰ পৰা তান্মাৰ্গ বোলা ঠাইলৈ বাচেৰে গৈ বাকী চাৰি মাইলমান খোজকাঢ়ি, নাইবা ঘোঁৰাত উঠি গুলমাৰ্গৰ পৰ্ব্বতীয়া পথাৰলৈ যাব লাগে। গুলমাৰ্গ ঠাইখন কাশ্মীৰৰ



ভিতৰতে দৰ্শক আৰু ভ্ৰমণকাৰীৰ কাৰণে এখন উৎকৃষ্ট আৰু বৰ আগ্ৰহৰ ঠাই। যাক পাহাৰী সকলো ঠাইবোৰৰ ভিতৰতে 'ৰাণী' (Queen of all hill stations) বুলি ভ্ৰমণকাৰী বিলাকে অনুভৱ কৰে। বছৰৰ শীতকালৰ শেষত ইয়াত বহুত ভ্ৰমণকাৰীৰ পদাৰ্পণ হয়। যিহেতু গুলমাৰ্গৰ বৰফ ভৰি থকা টিং দৰ্শন কৰিও বহুতে তৃপ্তি পায়। গুলমাৰ্গৰ ওচৰতে চাবলগীয়া খিলন্‌মাৰ্গ বোলা ঠাই এডোখৰো আছে।

কাশ্মীৰত প্ৰত্যেক বছৰে বহু হাজাৰ দেশী-বিদেশী ভ্ৰমণকাৰীয়ে ভ্ৰমণ কৰি কাশ্মীৰি বিলাকৰ দৈনিক অৰ্জনত সহায় কৰে।

কাশ্মীৰৰ অধিবাসী বেছি ভাগেই মুছলমান সম্প্ৰদায়ৰ লোক। বাকী হিন্দু পণ্ডিত (ব্ৰাহ্মণ) হলেও, এওঁলোকৰ নিজস্ব কাশ্মীৰি ভাষা আৰু সংস্কৃতি তথা ৰহন-চহন প্ৰায় সকলৰে একেই। কাশ্মীৰ খন নানা প্ৰকাৰৰ ফল-ফুলেৰে সমৃদ্ধি; আৰু বহু প্ৰকাৰৰ বনৌষধিও ইয়াত ঠায়ে ঠায়ে পোৱা যায়। বিশেষকৈ কেশৰ, কস্তুৰি, কুথ্ আদি ঔষধি ইয়াত পোৱা যায়। কাশ্মীৰি বিলাকে নানা তৰহৰ চামৰাৰ আৰু কাঠৰ বস্তু তৈয়াৰ কৰে; আৰু পশম, ৰেচম, উণ আদি কাপোৰৰ উৎপন্নও ইয়াত হয়। কাশ্মীৰিয়ে নানা তৰহৰ হাতেৰে ফুলাম কাম কৰা বস্ত্ৰ, শাল কাপোৰ (Shawl), নামদাচ, দলিচা আদি তৈয়াৰ কৰাৰ কাৰণেও কাশ্মীৰৰ শ্ৰীনগৰ প্ৰখ্যাত।

ৰোহিণী, তুমি বিয়াত উৰা পশমৰ শাল (Shawl) খন কাশ্মিৰৰেই। কাশ্মীৰৰ ৰেশমী শাৰি আৰু উণৰ কেপ্‌ও (Lady garment) তুমি পিন্ধিছা। মোৰ 'কাশ্মীৰ' বোলা এল্‌বাম খনত তুমি দেখিছাই, কাশ্মীৰৰ ক'ত ৰকম 'চিন্-চিনাৰী'; যিবিলাক দৃশ্য সকলো ঠাইতে দেখা, আৰু পোৱা নেযায়। শ্ৰীনগৰৰ 'হাউচবোট', চিকাৰাৰ (সৰু নাওঁৰ) দৰ্শন নতুন ভ্ৰমণকাৰীৰ চকুত এক নতুন দৃশ্য অনুভৱ হয়। শ্ৰীনগৰৰ ওচৰত দাল্‌লেকৰ পাৰত নাচিম্‌বাগ, নিচাদবাগ, চচ্‌মাচাহী,

চালিমাৰ গাৰ্ডেন আদি সংৰক্ষিত সজাই ৰখা ভ্ৰমণকাৰী দৰ্শকৰ কাৰণে মনোমহা ধুনীয়া বাগান। শঙ্কৰাচাৰ্য্যৰ মন্দিৰটো শ্ৰীনগৰত সবাতগৈ ওখত।

## ডফলা পাহাৰ

কাশ্মীৰত অ'ত ত'ত বৰফৰ মাজত পুৰা দুবছৰ কটাৰ পাচত ইংৰাজী ১৯৫৫ চনৰ শেষৰ ভাগত আহি পাওঁ, অসমৰ সৌন্দৰ্য্য বিচাৰি বনফুলৰ সুগন্ধত মোহিত হবলৈ ; যিঠাইত মহাৰথী অৰ্জ্জুনক আৱৰি ৰখা বোধহয় প্ৰমীলাৰ ৰাজ্য খাচিয়া পাহাৰৰ চিলঙলৈ। এই খাচিয়া পাহাৰৰ 'বৰ বজাৰ' 'বৰপানী' তথা 'বৰলেক' আৰু বৰ বৰ পাইন আৰু ইউকেলিপ্‌তাচ গছৰ কথা তুমি জানা আৰু দেখিছাও। গতিকে ৰোহিণী,— ডফলা পাহাৰৰ কথাকে আজি তোমাক কিছু কওঁ।

চিলঙৰ সৈনিক হাস্পিতালৰ পৰা ইংৰাজী ১৯৫৬ চনৰ মাৰ্চ মাহত কিছুদিনৰ কাৰণে 'নেফাৰ' সোৱণশিৰী জিলাৰ কিমিনলৈ আহি পাওঁ বেঙ্গল ইঞ্জিনীয়াৰিঙৰ (ৰুড়কী গ্ৰুপৰ) এটা কোম্পানীৰ মেডিকেল সাহায্যৰ কাৰণে। যি ইঞ্জিনীয়াৰিং কোম্পানীটোৱে তেতিয়া কিমিন-জিৰোৰ প্ৰথম ৰাস্তাটো বান্ধিবৰ কাৰণে ব্যস্ত আছিল। নেফাৰ এই অঞ্চলটো কিছু দূৰলৈ ডফলা আৰু অঁকা জাতিলোকৰ বসতি। কিমিন অসমৰ উত্তৰ লক্ষীমপুৰৰ পৰা প্ৰায় ১৪ মাইল মান উত্তৰে অসম-নেফাৰ 'চেক্‌পোষ্ট'। নেফাৰ ভিতৰত বাহিৰাগত সোমাবলৈ হলে নিজৰ পৰিচয় আৰু উদ্দেশ্য জনাব লাগে। সেয়ে নেফাৰ প্ৰধান প্ৰধান বাট বিলাকত এই পুলিচ চৌকিৰ ব্যৱস্থা আছে। কিয়নো, নেফাৰ বহু নিৰীহ জনজাতি



লোকক বহিৰাগত লোকৰ চল-চাতুৰি বিলাকৰ পৰা সংৰক্ষিত কৰি ৰাখিবৰ কাৰণেই এই ব্যৱস্থা। লগতে ভাৰতৰ উত্তৰ-পূৱ সীমান্ত অঞ্চলৰ নিৰাপত্তাৰ নিৰাপদৰ ভয়ৰ সাৱধানতা। নেফাৰ পাঁচটা ডিভিজনত কেবা ফৈদৰো জনজাতি তথা আদিম জাতিয়ে বাস কৰে। ইয়াৰ ভিতৰত প্ৰধান কেইটিমান হল,—মন্‌পা, আদী (আবৰ), অঁকা, ডফলা, মিচিমি, খাম্‌তি, চিংফৌ, নক্তে, আপাতানি, ৱাংচু, লুচি আদি।

মই কিমিনৰ পৰা প্ৰায় ১৫-২০ মাইলমান উত্তৰে ডফলা পাহাৰৰ মাজত পিটাপাৰা বোলা ঠাইত প্ৰায় তিনি মাহমান কটাইছিলো। পিটাপাৰাৰ ওচৰত থকা পাহাৰৰ উপৰত ডফলা লোকৰ পত্তিমবস্তি নামৰ এখন গাওঁ। য'ত 'বুই' নামৰ ডফলা গাভৰু এজনীৰ ফোটো মোৰ এল্‌বামত ঠাই পাইছে। মিচ্ বুইয়ে প্ৰায় সদায় পাহাৰৰ বস্তিৰ পৰা কণী, শাক পাচলি, জলকীয়া আদি বিচাৰি আনি মোক দিছিল ; আৰু সিহঁতৰ চাংঘৰ আৰু বস্তি চাবলৈও লগ ধৰি কেবাদিনো পাহাৰৰ ওপৰলৈ মোক লৈ গৈছিল। তাইৰ মৰমৰ প্ৰতিদান হিচাপে বিড়ি, চাবন, আঙুঠি, সৰু কটাৰী ফোটো আদি মিচ্ বুইৰ ভাল লগা বস্তু বিলাক মোৰ পৰা আদায় কৰিছিল।

কিমিনৰ পৰা পিটাপাৰালৈ যাবলৈ প্ৰবল সোঁত বৈ থকা এঁকা বেঁকা ৰাঙা নদীক প্ৰায় চাৰি পাঁচ বাৰ মান তেতিয়াৰ বেতেৰে সজোৰা দলঙেৰে পাৰ হব লগাত পৰিছিল। পিটাপাৰাৰ পৰা উত্তৰে বুজলী, জোৰম আদি ঠাইৰ পাচত সোৱণশিৰী অঞ্চলৰ সদৰ জিৰো পোৱা যায়। প্ৰায় এবছৰ মান নেফাৰ সোৱণশিৰী অঞ্চলত থকাৰ পাচত ইংৰাজী ১৯৫৭ চনৰ ফেব্ৰুৱাৰী মাহত আকৌ চিলঙ পাহাৰৰ সৈনিক হস্পিতাললৈ ঘূৰি আহো।

ৰোহিণী, সঁচা কথা কবলৈ হলে য'ত আহি মই তেতিয়াৰ

পৰাই মোৰ ডেকামনে অভাৱ অনুভৱ কৰা তোমাৰ নিচিনা গাভৰু এজনীক মোৰ 'আপোন-প্ৰিয়া' কৰি লবৰ চেষ্টায় তপস্যা আৰম্ভ কৰিবলৈ পাঙিছিলো, এই চিলঙ পাহাৰতেই।"

# আপোন-প্ৰিয়া

এইদৰে মোৰ ৰোহিণীয়ে দাৰ্জিলীঙৰ সৰু কটেজত, সৰু কেচুৰা বাণুটিক বুকুত লৈ মোৰ উমলগা সৰু হাতখনিৰ পৰশত পাহাৰী শীততো গৰম অনুভৱ কৰি মোৰ পুৰণি কাহিনী বিলাক শুনি শুনি কেবাৰাতিও কটালে। মাজে মাজে প্ৰশ্নও কৰে, আৰু ভ্ৰাম্যমান স্বামী জীৱনৰ পুৰণি কাহিনী শুনি 'আপোন প্ৰিয়াৰ' আপোন অধিকাৰত নাৰী হৃদয়ে বোধহয় গৌৰৱো অনুভৱ কৰিছিল। ৰোহিণীয়ে মোৰ মুখৰ পৰা দ্বাৰকা, হৰিদ্বাৰ, ঋষিকেশৰ কথা শুনি তাইও এই প্ৰসিদ্ধ তীৰ্থ বিলাক চাবৰ কাৰণে মনতে ইচ্ছা প্ৰকাশ কৰিছিল। তেতিয়া মই তাইক কবলৈ বাধ্য হৈছিলো যে, "তুমি মোক বিচাৰি লওঁতেই পলম কৰিলা। যদি তুমি আৰু পাঁচ বছৰ আগতে, তথা তোমাৰ ষোড়শী বয়সত (ষোল্ল বছৰ বয়সত, যি বয়সটো নাৰী যৌৱনৰ প্ৰথম বাণ) মোৰ লগ হোৱাহেঁতেন,— তোমাক মই আৰু ষোল্লখন ঠাই দেখুৱাব পাৰিলোহেঁতেন।" তেতিয়া মোৰ লাজুকী ৰোহিণীয়ে মিচিকি হাঁহিৰে মোক কৈছিল, যে তাই তেতিয়া (ষোড়শী বয়সত) বৰনগৰ বালিকা এম্-ই স্কুলত মহাভাৰতৰ উপাখ্যানৰ নাটক অভিনয়ত 'লক্ষ্মী-চৰিত্ৰ' হোৱাত ব্যস্ত আছিল। অৰ্থাৎ তাই ১৬ বছৰ গাভৰু বয়সত লক্ষ্মী চৰিত্ৰ হোৱাৰ যোগ্যতা প্ৰকাশ কৰি নিজৰ নাৰীৰূপৰ গৌৰৱ কৰিলে; যি গৌৰৱ তাইৰ স্বামীও লক্ষ্মীৰূপিনী ৰোহিণীৰ লাভত অজ্ঞাতে উপভোগ কৰিবলৈ



নিশ্চয় সুবিধা অনুভৱ কৰি সুখ পালে।

মোৰ ৰোহিণীয়ে নাৰী জগতত নিজকে নিজে, তথা আনে সুন্দৰী বুলি ভাবিলেও, তাইৰ স্বভাৱ, চৰিত্ৰ, ব্যৱহাৰ আৰু নাৰী শৰীৰৰ গঠন, তথা শাৰীৰিক সৌন্দৰ্য্যৰ তুলনাত মোৰ দৰ্শনত তাই দ্বিতীয় শ্ৰেণী নাৰীৰ ভিতৰতহে গণ্যত পৰিব। অৰ্থাৎ চিত্ৰিণী নাৰী: যাৰ স্বভাৱ সৰল, পতিপ্ৰাণ প্ৰিয়া, হাস্যমুখী, নিৰহঙ্কাৰী খোজত ৰাজহংসী। মিঠা আৰু দুধ প্ৰিয়, কিন্তু খায় কম। তামোল আৰু ফুলো চিত্ৰিণী নাৰীৰ প্ৰিয়। কলা বিদ্যাত অনুৰাগপ্ৰিয় আৰু সুগন্ধী দ্ৰব্য লেপনকাৰী। এই চিত্ৰিণী নাৰীৰ গুণত ষোল্লকলাৰ ভিতৰত চৈধ্য কলাই পৰিপূৰ্ণ। মোৰ ৰোহিণীয়ে আনক খুৱাই তৃপ্তি পায়। যিয়ে ৰোহিণী-হাতৰ চাহ একাপৰ ভাগ পাইছে সিয়েই বোধহয় মনত ৰাখিছে।

মোৰ এই চিত্ৰিণী স্বভাৱৰ ৰোহিণীজনী বিশেষত সংৰক্ষিণী (Conservative) স্বভাৱৰ। উদাহৰণ স্বৰূপে, পুহমাহৰ শীতকালৰ মাজ নিশাও শৌচ কৰি আহি চেঁচা পানীৰে হলেও গাটো নুধুলে শাৰীৰিক পৰিত্ৰতা বজায় নেথাকে। যদিও অসময়ত অনাৱশ্যকীয় অভ্যাসত শাৰীৰিক বিধানৰ প্ৰতিকূল হব পাৰে বুলি কেবাবাৰো বুজাই দিয়া হৈছিল। হস্পিতালৰ প্ৰসূতী জীৱনত 'চিকেনচুপ' (মুৰ্গীৰ জোল) খাই অহাৰ পাচত ঘৰত আহি প্ৰায়চিত্ত নহলে ৰোহিণীৰ আত্মশুদ্ধি নহয়। যদিও আজি কালি ৰোহিণীয়ে বুজিব পাৰিছে যে, 'চিকেণ দিচ' (মুৰ্গীৰ মাংস পূৰ্ণ থাল) নব্য জগতত সুখাদ্য আৰু এটা পুষ্টিকৰ পথ্য। মাছ খালে ৰোহিণীৰ গলত কাটা লাগে; আৰু আধা কেঁচা (Half Boiled) কণীৰ গন্ধ সহ্য কৰিব নোৱাৰে। এনেকুৱা ৰক্ষণশীলা স্বভাৱ আৰু আচৰণৰ গঢ়াপণ সকলো নিজৰ মাকৰ শাসনত তাই কুমাৰী জীৱনত লাভ কৰাৰে ফল। যি আচৰণ দেশ, কাল আৰু অৱস্থা অনুপাতে পালন

কৰিলেহে আৰ্য্য, তথা ভাৰতীয় নাৰীৰ জীৱনে যোগ্য গৃহিণী হোৱাৰ দাবী পূৰণ কৰিব পাৰে। বিশেষত নাৰী জীৱনে শুদ্ধাচাৰ, পৱিত্ৰতা, ধৰ্ম্ম বিশ্বাস, অতিথি সেৱা আদি সদ্‌গুণেৰে বিভূষিতা হোৱাই উচিত, যিসকলে গৃহিণী জীৱনত সন্তানৰ প্ৰথম অধ্যাপিকা; আৰু আৰ্য্য নাৰীৰ এয়ে প্ৰধান যোগ্যতা।

ৰোহিণীৰ সঙ্গই মোৰ কিছুমান পুৰণা বেয়া অভ্যাস আঁতৰাব বাধ্য কৰালে। ৰাতিপুৱা দেৱীকৈ শুই থকাৰ ভাবক ৰোহিণীয়ে গাৰ পৰা লেপ কাঢ়ি নিব ধৰিলে। জাৰকালি দুই-তিনিদিনৰ পাচত গাধুৱৰ ইচ্ছাক ৰোহিণীয়ে দিনে দিনে পানীৰে ভিজাবৰ সুবিধা বিচাৰিব ধৰিলে। দাঁত মাজিবলৈ হেলা কৰা মোক, ৰোহিণীয়ে চুমা খাবলৈ দুৰ্লভ কৰি তুলিলে। পৰিষ্কাৰ পৰিচ্ছন্নতাৰ প্ৰতি উদাসীন থকা মোক ৰোহিণীয়ে অভদ্ৰতাৰ পৰা ভদ্ৰতালৈ আকৰ্ষণ কৰি কিছু সুগন্ধী লেপনৰ কায়দা শিকাব ব্যস্ত হৈ পৰিল। নহলে তাইৰ সঙ্গ মোৰ কাৰণে সময় সাপেক্ষ নহব; আৰু কষ্টকৰ হৈ পৰিব বুলিও সাৱধান কৰি দিব ধৰিলে। কোনো পানীয় খাদ্য খালে চাই-চিতি আৰু আৱশ্যক মতে গৰম কৰি খাবলৈ; বজাৰৰ পৰা অনা শাক-পাচলী ধুই ৰাখিবলৈ; নিমখ-দালী আদি বাচি ৰাখিবলৈ বাহিৰৰ পৰা আহিলে হাত-ভৰি ধুই ঘৰ সোমাবলৈ মোক ৰোহিণীয়ে অভ্যাস কৰিবলৈ বাধ্য কৰালে। এনেকি পোছাক-পাতি পিন্ধাত দেখাত সৌন্দৰ্য্যত ফুটি তোলা আৰু সময় অনুপাতে ৰঙিল (Colour) কাপোৰ ব্যৱহাৰ কৰাৰ অভিজ্ঞতাকো তাই মোৰ ওপৰত নজৰ দিব ধৰিলে। অন্য যুৱতীক ভেঙুচালি কৰাত ৰোহিণীয়ে আপত্তি নকৰিলেও, সময়ৰ উপযুক্ততা আৰু সামাজিক মান (Social standard) চাইহে চলিবলৈ ইঙ্গিত দিলে। বাহি বস্তু খোৱা অভ্যাস আৰু বাহি কাপোৰ (ব্যৱহাৰ কৰি তিয়াই নিদিয়া কাপোৰ) পিন্ধা আচৰণ তাই মুঠেই পছন্দ কৰিব নোৱাৰা হল। যদিও ৰোহিণীৰ



কথাত মই উঠাত-উঠ আৰু বহাত-বহ হৈ পৰা নাছিলোঁ, তথাপি তাইৰ নাৰী মধুৰ সঙ্গৰ আকৰ্ষণৰ কাৰণে ৰোহিণীৰ কিছু কথা মানি চলিবলৈ মই বাধ্য হৈ পৰিছিলোঁ। যদিও বুঢ়ালোকৰ কথন :— 'ৰাজাৰ দণ্ডত বনবাহ-তিৰিৰ দণ্ডত পইতাত গাহ;'— বোলা কথা বহু পুৰুষৰ জীৱনত ঘটে; মোৰ ৰোহিণীয়ে কিন্তু এই কথা মোৰ ওপৰত প্ৰযোজ্য কৰিবলৈ পাৰ্য্যমানে চেষ্টা কৰা নাছিল।

আজিকালিৰ নিচিনা 'কিউৰ' (Que) দিনত ৰোহিণী লগত থাকিলে ৰে'ল-মটৰ আদিৰ সোনকালে টিকট পোৱাত মোৰ বিশেষ সুবিধা হৈ পৰে। বিশেষকৈ চিলং-গুৱাহাটী ৰোড পৰিবহন অফিচত, গুৱাহাটী ৰে'লৱে টিকেট অফিচত, লক্ষৌৰ ৰে'লৱে ষ্টেচনত তিনিচুকীয়াৰ ৰেলৱে আৰু ৰোড পৰিবহন অফিচত, ডিব্ৰুগড়-তেজপুৰৰ নিচিনা ভীৰৰ ৰোড পৰিবহন অফিচত ৰোহিণীয়ে 'লেডীচ্ কাউণ্টাৰত' বা ভিতৰত গৈ সোনকালে টিকট সংগ্ৰহ কৰাত মই যে কিমান উশাহ পাওঁ, সেইটো চিলঙৰ পৰা যাত্ৰা কৰা যাত্ৰীয়েহে বুজিব।

ইতিমধ্যে মোৰ ৰোহিণী অজ্ঞাতসাৰে মোৰ সৰু আয়-ব্যয়ৰ হিচাপ ৰখাত, তথা কোষাধ্যক্ষা (Treasurer) নিযুক্ত হৈ পৰিল; আৰু লগতে মোৰ ভৱিষ্যত নতুন জীৱনৰ ৰূপ দিবলৈও স্বইচ্ছাই মোৰ বংশ পৰিবৰ্দ্ধিতা (Producer) হৈ পৰিল।

মোৰ ৰোহিণী দ্বন্দুৰী নহলেও দ্বন্দ কৰিব জানে। জিদ্ কৰি জিকিব নোৱাৰিলেও জিদ্ কৰে; আৰু স্বামীৰ অবাধ্য হবলৈ ইচ্ছা নাথাকিলেও কেতিয়াবা অবাধ্য হৈ পৰে।

নাৰীৰ বৈবাহিক জীৱনত বহু দায়িত্ব আহি পৰে। এনেকি মোক পোৱাৰ পিচতে ৰোহিণীৰ জীৱনতো বহু দায়িত্ব আহি পৰিল। বিয়াৰ পাচতে তাই নিজৰ পুৰুষক ভাল পাব শিকিলে। নিজৰ পুৰুষ, তথা প্ৰেমিক ওচৰত নহলে বিৰহো অনুভৱ কৰিব জানিলে।

মোৰ ফালৰ আত্মীয়ক ভাই সচেতন হৈ অভ্যৰ্থনা কৰিবৰ দায়িত্ব আহি পৰিল। মই খোৱা-নোখোৱাৰো বিচাৰ ৰোহিণীয়ে লব লগাত পৰিল; লগতে মোৰ পৰিয়ালটোৰো খবৰ ৰাখিব লগাত পৰিল। সন্তানৰ মাক হোৱা দায়িত্ব নাৰীৰ জীৱনত আৰু গধুৰ। যি দায়িত্ব আৰু গধুৰতাই বংশ আৰু জাতিৰ সুস্থতা ৰক্ষা কৰাত সহায় কৰে। নাৰী-পুৰুষৰ বিবাহটো কোনো এটা দুৰ্ঘটনা (accident) নহয়; বৰং ই দুয়োৰে জীৱনত এটা সুঘটনাহে; যদি এই বিবাহ জীৱনত বিধিমতে সুসম্পন্ন হয়, আৰু প্ৰজাপতিৰ নিৰ্ব্বন্ধ ভুল নহয়। যি বিবাহত পুৰুষৰ (বংশ) গৌৰৱতা আৰু নাৰীৰ প্ৰসৱতা জীৱনে লাভ কৰে। সেয়ে ইংৰাজীতে কয়,— It is universally accepted that a woman must get married to invest her life with a sense of completeness. "Famina"

অপৰিচিত গাভৰু এজনীক বিয়াৰ পাচতে আজীৱন 'আপোন প্ৰিয়া' কৰি লব পাৰা বিধি, আৰু নাৰী জীৱনেও অপৰিচিত ডেকা এজনক বিয়াৰ পাচতে মন-প্ৰাণদি সকলো সমৰ্পণ কৰিব পাৰা সাহ আৰু কৰ্ত্তব্যৰ গধুৰতা আমাৰ বিবাহ নীতিৰে বিশেষ দায়িত্ব। যাক সম্পন্ন হোৱাৰ আগতে যোৱাৰ সুস্থতা আৰু উপযুক্ততা বিবেচনা কৰা নিতান্ত আৱশ্যক। নহলে এই বিবাহৰ পাচতে ক'ত দাম্পত্য জীৱনত যে ঘূণে ধৰে; আৰু লগতে নব্য-শিক্ষিত ডেকাই অশিক্ষিতা গাঁৱলীয়া ছোৱালীৰ লাভত, আৰু উচ্চ ঘৰৰ শিক্ষিতা গাভৰুৱে অনুপযুক্ত ডেকাৰ বৰণত গোটেই জীৱনটো যে অসুখী হৈ থাকিব লগাত পৰে, ইয়াক সিহঁতেহে অনুভৱ কৰে।

সেয়ে বিবাহত গ্ৰহন কৰিবলগীয়া নাৰীতকৈ পুৰুষৰ বৰ্ণ, বংশ শিক্ষা, বুদ্ধি, বয়স আৰু শাৰীৰিক যোগ্যতাৰ শ্ৰেষ্টত্ব থকা উচিত। যাক শাস্ত্ৰ অনুমোদিত 'অনুলোম' বিবাহ পদ্ধতি বুলি কয়। য'ত নাৰীৰ শ্ৰদ্ধা-ভক্তি বৰণীয় জনৰ প্ৰতি স্বাভাৱিকতে প্ৰকাশ পাৰ



পাৰে। অনুলোম সৱৰ্ণ বিবাহ,— যি নাৰীতকৈ শ্ৰেষ্ঠ পুৰুষে একে বৰ্ণৰ (জাতৰ) ছোৱালী গ্ৰহণ কৰে; আৰু অনুলোম অসৱৰ্ণ বিবাহ যি শ্ৰেষ্ঠ পুৰুষে নিজৰ বৰ্ণতকৈ নিম্ন বৰ্ণৰ ছোৱালী গ্ৰহণ কৰে। এই দুয়োটা বিবাহ বিধিয়েই শাস্ত্ৰ সন্মত, আৰু আৰ্য্যমতৰ প্ৰসংসনীয়। অৱশ্যে অনুলোম অসৱৰ্ণ বিবাহ বহু বিবাহৰ ক্ষেত্ৰত প্ৰযোজ্য; আৰু জীৱনৰ প্ৰথম বিবাহ অনুলোম সৱৰ্ণ হোৱাই উচিত। এই অনুলোম নীতিৰ বিপৰীতটোকে 'প্ৰতিলোম' বিবাহ বোলে; য'ত নাৰীৰ বৰ্ণ-বংশৰ শ্ৰেষ্টত্ব বজায় থাকে। এই প্ৰতিলোম বিবাহ পদ্ধতি ভৱিষ্যত জাতক, তথা বংশ আৰু জাতিৰ বহুতে অকল্যাণ সাধে। সেয়ে ই শাস্ত্ৰ সন্মত নহয়, আৰু আৰ্য্যমতৰ বিৰুদ্ধ।

মোৰ ক্ষেত্ৰত, ৰোহিণীক গ্ৰহণ কৰাত একো বাধা নাছিল যদিও, প্ৰতিদ্বন্দী নিশ্চয় আছিল। তথাপিও ৰোহিণীৰ পচন্দই যেতিয়া 'মই', এইটোৱেই অনুলোম বিবাহৰ প্ৰধান লক্ষণ; আৰু বোধহয় ইয়াকেই 'বৰ' আৰু 'বৰণকৰা' বোলে। এই সম্বন্ধে অলপ বংশ পৰিচয় দিয়াও উচিত হব। য'ত মোৰ 'আপোন প্ৰিয়াৰ' ভাল পৰিচয় পোৱা যাব। (পৰিশিষ্টত) দুয়োৰে বংশ পৰিচয় উদ্ধৃত কৰি দিয়া হল।

বিয়াৰ আগতে শ্ৰীমতীৰ উপাধি তালুকদাৰ যদিও, তাইৰ পুৰ্ব্ব-পুৰুষ 'ৰাভা' বংশীয়; আৰু মাতুল বংশ সংস্কৃত কোচ বংশৰ। ৰোহিণীৰ বৰ্ত্তমান বংশৰ কৰ্ম্ম আৰু পেশা অনুপাতে সাহসী ক্ষেত্ৰিয় (Warrior) শ্ৰেণীৰ। অৰ্থাৎ সৈনিক বিভাগত পদবী থকা বংশৰ। তাইৰ ককাদেউতা ভৱন চুবেদাৰ (মাকৰ পিতাক), আৰু দেউতাক ৰেপত চুবেদাৰ প্ৰথম মহাযুদ্ধত নাম কৰা 'ভাইচ্ৰয় কমিচন অফিচাৰ (Vco) আছিল। মোমাই এজন দ্বিতীয় মহাযুদ্ধৰ 'কিং কমিচন অফিচৰ' (Kco) আছিল; আৰু বৰ্ত্তমানেও ডাঙৰ ভাই এজন দ্বিতীয় মহাযুদ্ধৰ সৈনিক বিভাগত 'জুনিয়ৰ কমিচন অফিচৰ' (Jco)।

শ্ৰীমতীৰ গিৰীয়েক হল আদিতে মেধি বংশৰ; অৰ্থাৎ কোচৰ

মেধি। যিটো কৰ্ম্ম আৰু যোগ্যতা (occupation) কালৰ গতিত বহুদিন আগতেই লুপ্ত হলেও উপাধিয়ে এতিয়াও বংশগৌৰব ধৰি আছে। সেয়ে ৰোহিনীৰ বিবাহ অনুলোম সবৰ্ণৰ ভিতৰতেই নিশ্চয় পৰে। যদিও আজিকালি ডেকা-গাভৰুৰে সাময়িক অৰ্থৰ মোহ আৰু প্ৰেমৰ টানত পৰি 'জীৱনৰ ডাঙৰ ঘটনা-বিবাহৰ' যোৰা বিচৰাত উপেক্ষা কৰি থাকে। যি বিবাহৰ যুটীয়া মিলনৰ ফলে, নতুন বংশ এটিৰ সুস্থ আৱিৰ্ভাৱ নিৰ্ভৰ কৰে।

মোৰ আপোন প্ৰিয়া জনী কিছু ধৰ্ম্ম অনুসৰণকাৰিণী স্বভাৱৰ। যিহেতু তাই কুমাৰী জীৱনত মাকৰ প্ৰতক্ষ্য অনুকৰণত ঘৰত শিৱ আৰু সূৰ্য্য পূজাৰ অনুষ্ঠানৰ অভ্যাস পালন কৰিব লগাত পৰিছিল। সেয়ে তাই বিবাহৰ পাচতে স্বামী অনুগতা হৈ সৎ পুৰুষৰ সৎনামত দীক্ষিত হোৱাত কোনো দ্বিধা বোধ নকৰিলে। যদিও নাৰীৰ জীৱনত স্বামীয়েই প্ৰধান। সেয়ে মোৰ ৰোহিণীয়ে দীক্ষাৰ পাচতেই দীক্ষাৰ প্ৰধান শ্ৰীশ্ৰীঠাকুৰ আৰু সৎসঙ্গ সম্বন্ধে মোৰ পৰা জানিবৰ বৰ ব্যগ্ৰ হৈ পৰিছিল। নিজৰ সহধৰ্ম্মিনী হিচাপে তাইক শ্ৰীশ্ৰীঠাকুৰ সম্বন্ধে মই যি জানো তাকে কব ধৰিলোঁ,– আমাৰ দাম্পত্য জীৱনৰ একে বিশ্বাস আশা কৰি।

## সৎ সঙ্গ

"ৰোহিণী ! শ্ৰীশ্ৰীঠাকুৰ আৰু অন্য কাৰো বিষয় জানিবৰ ইচ্ছা কৰাৰ আগতে বিশেষকৈ তুমি মোক সম্পূৰ্ণৰূপে জানিবৰ চেষ্টা কৰা উচিত। যিহেতু বিবাহিত নাৰীয়ে নিজৰ স্বামীৰ সকলো মত আৰু পথ জানি চলিলেহে স্ত্ৰীয়ে সহধৰ্ম্মিনীৰ ৰূপ লয়। সেয়ে নাৰী স্বামীৰ 'মনোবৃৰ্ত্ত্যনুসাৰিনী' (মনৰ-বৃত্তি-অনুসাৰিণী) হোৱা উচিত। তেনেহলেহে তুমি মোৰ কথা বিলাক ভালকৈ বুজিব পাৰিবা।



শ্ৰীশ্ৰীঠাকুৰ অনুকূল চন্দ্ৰ এক মহান 'ধৰ্ম্ম সজ্ঘৰ', বৰ্ত্তমান সৎসঙ্গৰ প্ৰতিষ্ঠাতা; য'ত আজি দেশ বিদেশৰ বহু গুণী-জ্ঞানী ভক্ত আৰু সাধক যুক্ত আৰু দীক্ষিত। এই ভক্ত আৰু সাধক সকলে বিশেষকৈ শ্ৰীশ্ৰীঠাকুৰৰ আধ্যাত্মিক ভাৱত অনুপ্ৰাণিত হৈ ধৰ্ম্ম অনুসৰণত বাস্তৱ আচৰণেৰে জীৱন পৰিচালিত কৰিবৰ সুবিধা পাইছে। এই ধৰ্ম্মাচৰণ শ্ৰীশ্ৰীঠাকুৰৰ শুদ্ধাচৰণৰ প্ৰতক্ষ্য দৰ্শন, তেওঁৰ আধ্যাত্মিক জীৱনৰ সান্নিধ্য লাভৰ সুযোগ, তেওঁৰ দৈনন্দিন কৰ্ম্ম জীৱনৰ প্ৰতক্ষ্য সংস্পৰ্শ আৰু তেওঁৰ শ্ৰীমুখৰ অমৃত উপদেশাৱলি তেওঁৰ অনুগামী সৎসঙ্গ ভক্ত আৰু সাধক সকলৰ জীৱন যাত্ৰাৰ পথ হৈ পৰিছে। সেয়ে কব লাগিব, শ্ৰীশ্ৰীঠাকুৰ বৰ্ত্তমান আধ্যাত্মিক জগতৰ এজন মহাচাৰ্য্য; যিয়ে আধ্যাত্মিক জীৱনৰ বাস্তৱ আচৰণৰ দ্বাৰা বিৰাট সৎসঙ্গ প্ৰতিষ্ঠান গঢ়ি তুলিছে।

শ্ৰীশ্ৰীঠাকুৰ অন্যান্য সৰ্ব্বসাধাৰণ সাংসাৰিক মানুহৰ নিচিনা গৃহীহলেও তেওঁ দৈৱী গুণ সম্পন্ন এজন ব্ৰহ্মজ্ঞ পুৰুষ। যিয়ে জীৱনত সৎনাম উপলব্ধি কৰি মানৱ সমাজত সকলোকে সৎসঙ্গৰ জৰিয়তে সেই পৱিত্ৰ সৎনামৰ সন্ধান দিবৰ চেষ্টা কৰি আহিছে। তেওঁ শাস্ত্ৰসিদ্ধ ভাৰতীয় আৰ্য্যঋষি সকলৰ নিচিনা চতুঃবৰ্ণ,- ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য আৰু শূদ্ৰ, তথা চতুৰাশ্ৰম - ব্ৰহ্মচাৰ্য্য, গাৰ্হস্থ, বানপ্ৰস্থ আৰু সন্ন্যাস আদিৰ সংস্কাৰক। সেয়ে কব লাগিব, বৰ্ত্তমান যুগত তেওঁ এজন প্ৰজ্ঞাবান ঋষি; যিয়ে ঋষি বিধৃত জ্ঞান আৰু কৰ্ম্মৰ প্ৰতীক। তেওঁৰ বহু 'ভাববানী' আৰু কোৱাকথা বৰ্ত্তমান যুগোপযোগী মানৱ সমাজৰ শাস্ত্ৰ। শ্ৰীশ্ৰীঠাকুৰ বৰ্ত্তমান শিক্ষা-পদ্ধতিৰ কোনো বিশ্ববিদ্যালয়ৰ ডাঙৰ ডিগ্ৰীপোৱা বিদ্বান নহয়। কিন্তু তেওঁৰ স্বাভাৱিক দৈৱীজ্ঞান, বিজ্ঞান, দৰ্শন আৰু ধৰ্ম্মৰ প্ৰজ্ঞা জাগতিক জ্ঞানৰ উৰ্দ্ধত। সেয়ে বৰ্ত্তমান যুগৰ শিক্ষিত বহু বিদ্বান পুৰুষ আহি তেওঁৰ ওচৰত জ্ঞান লাভৰ কাৰণে সৎসংঙ্গত অনুগত

হৈ পৰিছে । সেয়ে কবলাগিব ৰোহিণী, শ্ৰীশ্ৰীঠাকুৰ অনুকুল চন্দ্ৰ এজন স্থিতপ্ৰজ্ঞ পুৰুষ । যাব লক্ষণ আৰু চৰিত্ৰ গীতা শাস্ত্ৰত উল্লিখিত 'স্থিতপ্ৰজ্ঞ' পুৰুষৰ লগত মিলে । সকু কালৰে পৰা তেওঁৰ আধ্যাত্মিক জীৱনৰ বহু অলৌকিক ঘটনাৰ উদাহৰণ পোৱা যায়। যি অলৌকিক ঘটনাৰ কথা অন্যান্য পুৰ্ব্ববৰ্ত্তী মহাপুৰুষৰ জীৱনতো ঘটাৰ উল্লেখ আছে । সেইবুলি এই মহাপুৰুষ সকল কোনো যাদুকৰ নহয় । যিসকলে যাদুৰ দ্বাৰা কোনো অলৌকিক ঘটনা ঘটাবলৈ চেষ্টা কৰে।

শাস্ত্ৰত কোৱামতে শ্ৰীশ্ৰীঠাকুৰৰ নিচিনা মহাপুৰুষ যুগে যুগে ধৰ্ম্ম প্ৰতিষ্ঠাৰ কাৰণে দেশ, কাল আৰু পৰিস্থিতি অনুপাতে জন্মগ্ৰহন তথা অৱতৰণ কৰি থাকে । সেয়ে এওঁলোকক অৱতাৰ পুৰুষো বোলে । যিয়ে সংস্কাৰ চুত্য মানৱ সমাজত আধ্যাত্মিক গুৰু ; তথা সৎসঙ্গৰ প্ৰতিষ্ঠা কৰি সমাজত নতুন আধ্যাত্মিক চেতনাৰ প্ৰেৰনা যোগায় । এনেদৰে মানৱ সমাজৰ কল্যাণৰ কাৰনে আদিযুগৰ শ্ৰীৰামচন্দ্ৰকে আদিকৰি শ্ৰীকৃষ্ণ, বুদ্ধ, মহাবীৰ, যীশু, মহম্মদ, গুৰুনানক, শ্ৰীচৈতন্য, ৰামকৃষ্ণ, শঙ্কৰদেৱ আদি মহাপুৰুষ সকলৰ আবিৰ্ভাৱে তেওঁলোকৰ সময়ৰ জন-সমাজত আধ্যাত্মিক চেতনা জগাই তুলিছিল ; যাৰ বাস্তৱ সান্নিধ্য লাভ আৰু প্ৰজ্ঞাৰ দ্বাৰা সমাজ ধৰ্ম্মানুৰাগীহৈ বাস্তৱ আদৰ্শত সংগঠিত হব পাৰিছিল । সেয়ে জীৱন্ত মহাপুৰুষৰ সান্নিধ্যলাভ মানুহৰ আধ্যাত্মিক জীৱনৰ মাহেন্দ্ৰক্ষন ; যাৰ অনুকূলত গুৰু-শিষ্যৰ সম্বন্ধ ঘটিলে নবজীৱন লাভ হয় । যিকোনো জাগতিক জ্ঞান বা শিক্ষালাভ কৰিবলৈ হলেই জীৱনত শিক্ষক নাইবা নিৰ্দ্দেশক আৱশ্যক। এনে স্থলত মায়াবৃত মানৱে সাধন সাপেক্ষ আধ্যাত্মিক জ্ঞান, তথা ধৰ্ম্মৰ সূত্ৰ জানিবলৈ আৰু বুজিবলৈ সৎগুৰুৰ অবিহনে কি সম্ভৱ হব পাৰে ? "character is influenced by the example of a living teacher more than by the historical record



of a dead prophet." (Hints for self culture)

সেয়ে প্ৰিয়া, জীৱনত মহাচাৰ্য্যৰ, তথা সদ্‌গুৰুৰ আৱশ্যকতা ইমানেই গধুৰ; যিয়ে বাস্তৱ আচৰণৰ দ্বাৰা প্ৰবৃত্তি চালিত মানুহৰ সাৰথি হৈ আদৰ্শ জীৱনৰ উপযুক্ত কৰি তুলিব পাৰে ; আৰু এই গুৰুহোৱা উচিত 'সদ্‌গুৰু' । যিয়ে মানৱ সমাজত যুগে যুগে অৱতৰন কৰে ; যি 'স্থিতপ্ৰজ্ঞ' পুৰুষ । এই সকল মহাপুৰুষ তেওঁৰ আগৰ সকলো মহাপুৰুষৰে পৰিপুৰক । অৰ্থাৎ তেওঁলোকৰে আৰ্য্যমত আৰু পথ দেশ, কাল আৰু ব্যক্তিৰ সময়োপযোগী কৰি মানৱ সমাজত প্ৰচাৰ কৰে । যি সদ্‌গুৰুৰ সান্নিধ্য লাভৰ দ্বাৰা ব্যক্তিয়ে নিজৰ বলবন্ত অহঙ্কাৰ, মায়াবৃত অজ্ঞানতা, মানসিক চঞ্চলতা আৰু আত্মিক দ্বন্দক জয় কৰিবলৈ সক্ষম হয় । অৰ্থাৎ জীৱনত বৃত্তি নিয়ন্ত্ৰন কৰি চলিবলৈ সমৰ্থ হৈ উঠে । নহলে সদ্‌গুৰুৰ সংস্পৰ্শৰ অভাৱত মানুহে জীৱনত শাস্ত্ৰ পঢ়ি আধ্যাত্মিক জ্ঞান লাভ, তথা ধৰ্ম্ম অনুসৰন কৰা সম্ভৱ নহয় । যি শাস্ত্ৰ আজিকালি বহুতে বুজাত ভুল কৰে, আৰু বুজিলেও নিজৰ ব্যক্তিগত ৰুচি আৰু গ্ৰন্থি (Complex) অনুপাতে ব্যাখ্যা কৰি মহাপুৰুষৰ বাস্তৱ আদৰ্শৰ পৰা চ্যুতহৈ পৰে । যিহেতু মানুহ ৰিপুৰ বশৱৰ্ত্তী আৰু প্ৰবৃত্তি যুক্ত । সেয়ে, জীৱন্ত আদৰ্শৰ অভাৱত জীৱনত শ্ৰদ্ধাৰ পাত্ৰ, ভক্তিৰ আশ্ৰয় আৰু উপদেশ বা আদেশ নেথাকে । শাস্ত্ৰজ্ঞান লাভ কৰি ধৰ্ম্মানুশীলনৰ দ্বাৰা মানুহ শুদ্ধ চৰিত্ৰযুক্ত হব নোৱাৰে । সেয়ে মহাপুৰুষৰ ভক্ত বিবেকানন্দই এঠাইত কৈছে; " দ্বিধা আৰু সন্দেহৰ লেখমাত্ৰ নাৰাখি গুৰুৰ আজ্ঞা পালন কৰাই আধ্যাত্মিক জীৱনৰ সাফল্যৰ এক মাত্ৰ পথ ।" তাৰমানে জীৱন্ত গুৰু থাকিলেহে গুৰুৰ আজ্ঞা থাকে ; শাস্ত্ৰই আজ্ঞা দিব নোৱাৰে।

সেয়ে মোৰ ৰোহিণী, ৺শ্ৰীচৈতন্যদেৱ আৰু আমাৰ দেশৰ মহাপুৰুষ ৺শ্ৰীশঙ্কৰদেৱও শ্ৰীশ্ৰী ঠাকুৰ অনুকূল চন্দ্ৰৰ নিচিনা আত্মজ্ঞানৰ একোজন প্ৰজ্ঞাপুৰুষ আছিল । যাৰ অভাৱত আজি সমাজত তেওঁ-লোকৰ বাস্তৱ আদৰ্শ ৰক্ষাকৰি চলা কঠিন হৈ পৰিছে । যিহেতু

আজি শঙ্কৰ বা চৈতন্য পন্থী ভক্তৰ ওপৰত তেওঁলোকৰ (গুৰুৰ) কোনো আধ্যাত্মিক বাস্তৱ আদেশ আৰু জীৱন্ত আদৰ্শ নাই। যাৰ পৰা ভক্ত বা অনুগত সকলে গুৰুৰ বাস্তৱ আচৰণ অনুসৰণ কৰি নিজৰ নিৰ্ভুল আধ্যাত্মিক জীৱন-যাপন কৰিবৰ সুবিধা পাব পাৰে। ভক্তহৃদয়ৰ আৱশ্যকীয় শ্ৰদ্ধা, ভক্তি আৰু গুৰুৰ প্ৰতি সেৱা নিবেদন কৰাৰো পাত্ৰ 'তেওঁলোক' (গুৰু) আজি নাই ; যাৰ দ্বাৰা শিষ্য বা ভক্তই আধ্যাত্মিক আচৰণৰ দ্বাৰা নিজৰ অহংকাৰ পাতল কৰি গুৰুৰ কৃপা লাভ কৰিবলৈ সমৰ্থ হব পাৰে। এনেকি 'তেওঁলোকৰ' (শঙ্কৰ-চৈতন্যদেৱ গুৰুৰ) প্ৰতিমূৰ্ত্তি ধ্যান কৰাৰো আজিৰ ভক্তৰ সুবিধা নাই। যিহেতু আজিৰ সমাজে তেওঁলোকক দেখা নাই। যদিও বহুতে তেওঁলোকৰ প্ৰতিমূৰ্ত্তি বহুৰকমে কল্পনা কৰি থাকে; আৰু এইটো ভক্তৰ জীৱনত নিৰ্ভুল হোৱাৰ সন্দেহ। সেয়ে, বিশেষকৈ যাৰ লগত আন্তৰিক ভাবৰ আদান প্ৰদান আৰু কৰ্ম্মৰ বাস্তৱ সংযোগ নেথাকে, সি জড়াবিগত মহাপুৰুষক গুৰু মানি তেখেতক অনুসৰন কৰিবলৈ চেষ্টা কৰা, আধ্যাত্মিক জীৱনত এটা ডাঙৰ ভুল। অৰ্থাৎ যাৰ ধ্যানতেই ভুল, তাৰ পথত ভুল হোৱাৰ কি সন্দেহ থাকিব পাৰে ? গতিকে 'তেওঁ' ভক্তৰ জীৱনক গভীৰ ভাবে প্ৰভাবান্বিত কৰিব নোৱাৰে ; আৰু গ্ৰন্থিযুক্ত মানৱৰ অন্তৰ গলাই দেৱমানৱ, তথা গ্ৰন্থি পাতল কৰিবও নোৱাৰে।

সেয়ে ৰোহিণী, আধ্যাত্মিক জীৱনত আদৰ্শ পুৰুষৰ সান্নিধ্য লাভ কৰিবৰ সুযোগ পালেহে আদৰ্শ শিষ্য, তথা পৰাক্ৰমী ভক্ত হবৰ ভাগ্য মিলে। যেনেকৈ গুৰু শঙ্কৰদেৱৰ আশ্ৰয়ত মাধবদেৱ পুষ্ট হৈ উঠিছিল। তেনেকৈ শ্ৰীৰামচন্দ্ৰৰ অনুগত হৈ হনুমান, শ্ৰীকৃষ্ণৰ উপদেশত অৰ্জুন, চৈতন্যদেৱৰ অনুসৰণত নিতাই (নিত্যানন্দ), ৰামকৃষ্ণৰ আদেশত বিবেকানন্দই সদ্গুৰুৰ বাস্তৱ সংস্পৰ্শত আধ্যাত্মিক, তথা জাগতিক জ্ঞানত আধ্যবন্ত হৈ উঠিছিল। সেয়ে প্ৰিয়া, এই



মায়া-মোহৰ সংসাৰত নিৰ্ভুল 'বাচা-বাঢ়াৰ' পথ জানিবলৈ আমাৰ এই বহুমূল্য মানৱ জীৱনত সদগুৰুৰ আশ্ৰয় অতিকৈ আৱশ্যক। যাৰ দ্বাৰা দুৰ্গম সংসাৰ পথৰ ভয়, আৰু কষ্টলাঘৱ কৰিবৰ পন্থা শিকিব পাৰি। সেয়ে শ্ৰীশ্ৰীঠাকুৰে এঠাইত কৈছে :-

" বাচা-বাঢ়াৰ মৰ্ম্ম যি
নিশ্চয় জানিবা ধৰ্ম্ম সি।"

আৰু এই 'বাচা-বাঢ়াৰ' নিৰ্ভুল পন্থা সদ্‌গুৰুৰ পৰাহে শিকিব পাৰি।

সেয়ে মোৰ প্ৰিয়া, জীৱনত সদ্‌গুৰুৰ আৱশ্যকতা আৰু গুৰু-শিষ্যৰ সম্বন্ধ, কব লাগিলে এক পতি-পত্নীৰ সম্বন্ধতকৈও বেচি ঘনিষ্ঠ। বিবাহৰ পাচত পতি, পত্নীৰ যেনেকৈ 'স্বামী' ভক্তৰো জীৱনত গুৰু তেনেকৈ 'স্বামী'। পত্নীৰ যেনেকৈ নিজৰ পতিৰ প্ৰতি ভক্তি, শ্ৰদ্ধা, সেৱা বিশ্বাস, আজ্ঞা, ভালপোৱা আদি নিবেদন কৰা জীৱনৰ ব্ৰত হৈ পৰে; আৰু পতিৰ দুখেই দুখ আৰু পতিৰ সুখেই সুখ স্ত্ৰীৰ জীৱনতো স্বাভাৱিকতে অনুভৱ হয়, তাতকৈও বেচি সম্বন্ধ শিষ্যৰ, তথা ভক্তৰ জীৱনত অনুভৱ হয়। সেয়ে ভক্তৰ কেবাটাও ভাবৰ ভিতৰত গুৰুৰ লগত সম্বন্ধ ৰখাৰ এটা 'কান্তা' (স্ত্ৰী) ভাবৰো শাস্ত্ৰত উল্লেখ আছে। বাকী—দাস্য, সখ্য, বাৎসল্য আৰু মধুৰ ভাবৰ দ্বাৰা শিষ্যই গুৰুৰ লগত সম্বন্ধ ৰাখি তেওঁৰ সেৱা কৰি জ্ঞান লাভ কৰে। গতিকে যাৰ জীৱনত এনে কোনো আধ্যাত্মিক জীৱন্ত গুৰু নাই, তেওঁ এই কোনো এটা ভাবৰ সম্বন্ধ ভক্ত হিচাপে গুৰুৰ লগত স্থাপিত কৰিবৰ সুযোগ নেপায়। তেওঁ-লোকৰ শাস্ত্ৰজ্ঞান থাকিলেও, ভক্তিজ্ঞান লাভৰ সক্ষম হব নোৱাৰে। অৰ্থাৎ অবিবাহিত গাভৰুৱে অনিশ্চিত স্বামীৰ দৰ্শন, সঙ্গ, সেৱা, আজ্ঞা আৰু পতিলাভৰ সুখ অনুভৱ কৰা যেনে কল্পনামাত্ৰ— অবাস্তৱ; তেনেকৈ বাস্তৱ গুৰু নেথাকিলেও গুৰুসেৱা, গুৰুসঙ্গ, গুৰু

আজ্ঞা পালনৰ আনন্দ কল্পনামাত্ৰ, - আকাশ কুসুমৰ দৰে। সেয়ে শ্ৰীশ্ৰীঠাকুৰে আৰু এঠাইত কৈছেঃ- "ঋষি বাদদি ঋষিবাদৰ উপষনা কৰা বৰ্ত্তমান ভাৰতৰ আধ্যাত্মিক অৱনতিৰে কাৰণ।"

সেয়ে মোৰ ৰোহিণী, এই সকলো বিলাকৰ মূলতে জন্মগত সংস্কাৰো মানুহৰ জীৱনত পথ বিচৰাত কিছু সহায় হৈ পৰে। যাৰ সংস্কাৰৰ টান আছে, তেৱেঁই সদ্‌গুৰু গ্ৰহণ, আদৰ্শৰ আশ্ৰয় আৰু শ্ৰেষ্ঠৰ ওচৰত আত্ম সমৰ্পন কৰিবলৈ দ্বিধাবোধ নকৰে।

শ্ৰীশ্ৰীঠাকুৰৰ বহুবাৰ ভাৱ-সমাধি হৈছিল। অৰ্থাৎ নাম-ধ্যান আৰু কীৰ্ত্তন আদি কৰোতে হঠাৎ বাহ্যিক অচেতন অৱস্থা আহি পৰে; আৰু এই অচেতন অৱস্থাতেই তেওঁৰ মুখৰ পৰা বহু বিষয়ৰ 'বাণী' প্ৰকাশ হব ধৰে; যিটো চেতন অৱস্থাত তেওঁৰ মনত নেথাকে। ভক্তই এই বাণী বিলাকক লিপিবদ্ধ কৰি তেওঁৰ 'ভাৱ-বাণী' (পুণ্য পুথি) প্ৰকাশ কৰিছে। ইয়াৰ বাহিৰেও শ্ৰীশ্ৰীঠাকুৰৰ স্বাভাৱিক অৱস্থাত কোৱা বহু আধ্যাত্মিক, তথা জাগতিক বিষয়ৰ সূত্ৰ, আজি সৎসঙ্গ সমাজত যুগোপযোগীক শাস্ত্ৰ। ইয়াৰ ভিতৰত প্ৰথম আৰু প্ৰধান শ্ৰীশ্ৰীঠাকুৰৰ 'সত্যানুসৰণ'; যি পুথিয়ে আজি শ্ৰীশ্ৰীঠাকুৰ অনুকূলচন্দ্ৰক পুৰুষোত্তম হিচাবে প্ৰতিষ্ঠা কৰিবলৈ যথেষ্ট বুলি কব পাৰি।

ৰোহিণী, অসমত অসমীয়াৰ ভিতৰত এই গুৰুজনাৰ আধ্যাত্মিক মহান আদৰ্শ আৰু সৎসঙ্গৰ পৱিত্ৰ ভাবধাৰা প্ৰথমে (ইং ১৯৩৫ চনত) প্ৰতিঋত্বিক শ্ৰীচক্ৰপাণি দাস (বি এচ্ চি; বি-এল) মহাশয়ে প্ৰচাৰ কৰা বুলি কব পাৰি। যাৰ নৈষ্ঠিক যজন-যাজনৰ প্ৰভাৱত এতিয়া বহু সংখ্যক ভক্ত শ্ৰীশ্ৰীঠাকুৰৰ অনুগতহৈ সৎসঙ্গৰ ঋত্বিক (দীক্ষা দিবৰ অধিকাৰী) হিচাপে অসমত যোগ্য হৈ উঠিছে।"

## গৃহিণী

ইতিমধ্যে মোৰ ৰোহিণীৰ বাণু কেচুৰাটিক দাৰ্জিলীঙত মনে



মনে মাকৰ বুকুত ডাঙৰ অনুভৱ হৈ আহিব ধৰিলে; আৰু ৰোহিণীও ডাঙৰ ছোৱালী এটিৰ মাক বুলি অনুভৱ কৰিব ধৰিলে। লগে লগে তাই (আপোন প্ৰিয়াই) প্ৰকৃতিৰ তাৰণাত গাভৰু শৰীৰৰ পৰা গৃহিণী স্বভাৱত পৰিবৰ্ত্তন হৈ আহিব ধৰিলে। ছোৱালীৰ মাক, পতিৰ পত্নী, ঘৰৰ মালিকিনি আৰু বাহিৰ জগতৰ ওচৰ চুবুৰীয়াৰ দৈনন্দিত সম্বন্ধৰ দায়িত্বই তাইক গৃহিণীৰ বাটত আগবঢ়াই নিব ধৰিলে। দাৰ্জিলীঙৰ সমাজ, তথা বঙালী, নেপালী আৰু ভুটীয়া (লামা জাতীয়) পৰিবাৰৰ লগত; এনেকি লগৰ সৈনিক কোৱাৰ্টাৰত থকা বিহাৰী, উড়িয়া, মাদ্ৰাচী আৰু পাঞ্জাবী পৰিবাৰৰ লগত দৈনন্দিত সম্বন্ধ ৰাখি মোৰ ৰোহিণীয়ে অসমীয়া গৃহিণীৰ সুস্থ পৰিচয় দিবৰো আৱশ্যক হৈ পৰিছিল। সেয়ে তাই বিদেশত সদায় মনত ৰাখি চলিব লগাত পৰিছিল, যে অসমীয়া গৃহিণী অন্য কোনো প্ৰদেশৰ পৰিবাৰতকৈ আচাৰ-ব্যৱহাৰ, পৰিষ্কাৰ-পৰিচ্ছন্নতা, ৰন্ধা বঢ়া, কথা-বতৰা, কেচুৰাৰ যত্ন, স্বামীৰ পৰিচৰ্য্যা, কাম-কাজৰ পৰিপাটি, তথা প্ৰখৰতা, লোকৰ অভ্যৰ্থনা, পিন্ধা উৰাৰ ব্যৱহাৰ, এনেকি ফুৰা-চাকাৰ বিলাসিতাতো কোনো কাৰণে কম (Inferior) নহয়। এনেকি বিদেশী বহু গৃহিণীতকৈ আগবঢ়া বুলিহে অনুভৱ কৰিব পাৰি। যি শিক্ষা ৰোহিণীয়ে কুমাৰী জীৱনত নিজৰ মাকৰ তাৰণা আৰু নিৰ্দ্দেশত লাভ কৰাৰে বিশেষ ফল।

সেয়ে এই মন-মোহিনী গৃহিণী জনীৰ ওপৰত সন্তুষ্ট হৈ তাইক আৰু এখন নতুন ঠাই দেখাবলৈ বুলি দাৰ্জিলীঙৰ পৰা কোচবিহাৰত আহি 'চিলাৰায় বেৰেকৰ' কোৱাৰ্টাৰত শ্ৰীমতী ৰোহিণীক ইংৰাজী ১৯৬১ চনৰ জানুৱাৰী মাহৰ দহ তাৰিখে নতুন ঘৰৰ অধিকাৰ দিলোঁ। য'ত মোৰ ৰোহিণীয়ে 'চিলাৰায় বেৰেকৰ' কোৱাৰ্টাৰত চিলাৰায়-গুণ সম্পন্ন সন্তান এটিৰ মাক হবৰ ইচ্ছায় স্বামীৰ ওচৰত কামনা কৰে। সেয়ে শ্ৰীমতীৰ ইচ্ছা পূৰণৰ অৰ্থে ১৩৬৮ চনৰ বহাগ মাহৰ

একৈশ তাৰিখে, তথা ইংৰাজী ১৯৬১ চনৰ চাৰি মে' বৃহস্পতিবাৰ মুলা নক্ষত্ৰত কৃষ্ণপক্ষৰ চতুৰ্থী তিথিত দিনৰ দুই বজাৰ বাইশ মিনিটত কোচবিহাৰৰ 'মহাৰাজ জিতেন্দ্ৰ নাৰায়ণ হস্পিতালত' নিজৰ মাতৃ হৃদয়ৰ মনোকামনা পুৰাবলৈ ৰোহিণীয়ে শুভমূহূৰ্ত্তত এটি অক্ষত ধুনীয়া পুত্ৰ সন্তান লাভ কৰিলে, স্বামীৰ আন্তৰিক আশীৰ্ব্বাদত; যাৰ নাম ৰখা হল তেজদীপ্ত 'ভাস্কৰ'।

আকৌ আজি ইংৰাজী ১৯৬৩ চনৰ দহ এপ্ৰিল তাৰিখত, মোৰ ৰোহিণীৰ পৰা প্ৰায় দুহেজাৰ মাইল দূৰত ভাৰতৰ উত্তৰ সীমান্ত, তথা লাদাখৰ 'চায়ক পোষ্টত' বৰফৰ মাজত খেলি থাকোঁতে শ্ৰীমতীয়ে অসমৰ পৰা পঠিওৱা বাতৰি হেড কোৱাৰ্টাৰ লেহৰ পৰা অনাতাঁৰে খবৰ দিয়াত (wireless ওত) জানিব পাৰিলোঁ যে, মোৰ আপোন প্ৰিয়াই স্বামীৰ অৱদান আৰু এটি নবাগত পুত্ৰ,ত থা তৃতীয় সন্তানৰ মাক হোৱা বুলি। যাৰ জন্ম অসম দৰঙৰ উদালগুৰি হস্পিতালত ১৩৬৯ চনৰ চ'ত মাহৰ ১৯ তাৰিখ (ইং ১৯৬৩ চনৰ দুই এপ্ৰিল) মঙ্গলবাৰে ৰাতি ১১টা ২৫ মিনিটত পুণৰ্ব্বসু নক্ষত্ৰত শুক্লা নৱমী তিথিৰ শ্ৰীৰাম নৱমী ব্ৰতৰ শুভক্ষণত। যিজন সন্তান এতিয়ালৈ মোৰ দৃষ্টি-অগচৰ যদিও, এই হিম-গিৰিৰ গভীৰ পৰিৱেশৰ পৰা নবজাত কেচুৰাটিৰ নাম প্ৰস্তাৱ কৰি পঠিওৱা হল, 'দেৱদাস' ✻

-শেষ-

✻ "ৰোহিণী" বোলা এই আপোন-প্ৰিয়া পুথিখন আৰু "মেঘদূত", আপোন-প্ৰিয়া' (৪ৰ্থ ভাগ) খনি ক্ৰমান্বয়ে বাৰ আৰু তেৰ হাজাৰ ফুট ওখত লাদাখৰ চিয়ক নদীৰ পাৰৰ চিয়ক পোষ্ট' আৰু সিন্ধুনদৰ পাৰত চুমাঠাং পোষ্টত থকাৰ সময়ত ইংৰাজী ১৯৬৩ আৰু ১৯৬৪ চনত লিখা। পৰিশিষ্ট (নং ১)ত লাদাখৰ চিয়ক আৰু চুমাঠাঙৰ সংক্ষিপ্ত বৰ্ণনা দিয়া হল। (লিখক)



(পৰিশিষ্ট-১)

## চিয়ক

লাদাখৰ চিয়ক (Shyok) চেক্‌পোষ্ট লাদাখ ITB ফোৰ্চৰ ২নং পোষ্ট, চিয়ক নদীৰ পাৰত। যি নদীটো উত্তৰ ফালৰ তিব্বতৰ পৰা বৈ আহি হিমালয়ৰ মাজেদি উত্তৰে থকা ৮নং মুৰ্গ (Murgo) পোষ্টৰ পৰা চিয়কেদি গৈ দক্ষিনে সিন্ধু নদত মিলিছে। হিমালয়ৰ উত্তৰ-পশ্চিমে থকা কাৰাকৰম পৰ্ব্বত শ্ৰেণীৰ ওচৰত প্ৰায় তিব্বতৰ সীমান্তত অৱস্থিত ৯নং দৌলতবেগ-উল্ডি' নামৰ আন এটা পোষ্ট। উত্তৰে থকা জাৰখান্দৰ পৰা এই চিয়ক নদীৰ পাৰে পাৰে কাশ্মীৰলৈ আহিবলৈ এক মাত্ৰ পুৰণা বাট দৌলতবেগ-উল্ডি আৰু মুৰ্গ পোষ্টহৈ শীতকালত 'চিয়ক' আৰু 'পেনামিক' বোলা ঠাইলৈ আহি লাদাখ জিলাৰ সদৰ লেহ ওলাব পাৰি। যি পোষ্ট দুটা লেহৰ পৰা ক্ৰমান্নয়ে প্ৰায় ১০০ আৰু ১৫০ কিলমিটাৰ মান দূৰত্বত হব; আৰু প্ৰায় ক্ৰমান্নয়ে ১২ আৰু ১৩ হাজাৰ ফুটৰ ওপৰত অৱস্থিত। লাদাখ জিলাৰ সদৰ লেহৰ পৰা চিয়কলৈ যোৱা দুটা পথ। প্ৰথম পথটো লেহৰ নিচেই পশ্চিমে থকা খাৰদুঙ্-লা (Khardung-LA ✻) ১৮ হাজাৰ ফুটৰো ওখৰ শিখৰ পাৰহৈ পশ্চিমে পেনামিক পোষ্টলৈ যোৱা যায়; আৰু পেনামিকৰ পৰা কিছুদুৰ পূৱলৈ আহি উত্তৰে থকা চিয়কলৈ যাওঁতে ইচিঙ্-লা (ইয়াৰ আন এটা নাম নেবুক্-লা) ১৭ হাজাৰ ফুটৰো ওখৰ শিখৰ পাৰহৈ চিয়কলৈ যাব লাগে।

(✻ LA—'লা' মানে পৰ্ব্বত)

মই ইং ১৯৬১ চনৰ নৱেম্বৰ মাহৰ পৰা ১৯৬৫ চনৰ জুলাই মাহলৈ লাদাখৰ ইণ্ডো-তিব্বেতিয়ান বোৰ্ডাৰ (ITB) ফোৰ্চত থাকোতে এই ৰাস্তাটোৰে এজন লাদাখী কনিষ্টবল আৰু চাৰিজন মান লাদাখী পোৰ্টাৰৰ (Porter) প্ৰায় ২৫ টা মান বোজা কঢ়িওৱা ঘোঁড়া আৰু ইয়াক (YAK) লৈ লেহৰ পৰা ইং ১৯৬২ চনৰ অক্টোবৰ মাহৰ ৩১ তাৰিখে যাত্ৰা কৰি ১৯৬২ চনৰ নৱেম্বৰ মাহৰ ২ তাৰিখে ৰাতিপুৱা সূৰ্য্যোদয়ৰ আগে আগে চাৰে সাত বজাত খাৰদুঙ্‌লাৰ ১৮,৩৩০ ফুট ওখ শিখৰ পাৰহৈ ৬ নৱেম্বৰত পেনামিক্‌ পোষ্ট পাওঁগৈ। লাদাখৰ এই খাৰদুঙলাৰ ১৮ হাজাৰ ফুটৰো ওখৰ শিখৰ ইয়াকৰ পিঠিত উঠি পাৰ হোৱাৰ সময়ত মোৰ বয়স বোধহয় ৪০ বছৰ হৈছিল।

উত্তৰ সীমান্তত চীনৰ আক্ৰমন ইং ১৯৬২ চনৰ অক্টোবৰ মাহৰ ১৯/২০ তাৰিখৰ পৰা ঠিক এক মাহ কাল শাম কটাৰ পাচত, শীত কালৰ আগে আগে লেহৰ পৰা পেনামিকলৈ যোৱা এই ৰাস্তাটোৰ খাৰ দুঙ্‌লাৰ ওখ শিখৰৰ কাৰণে যাতায়ত বন্ধ হয়। তেতিয়া পেনামিক পোষ্ট উঠাই নি প্ৰায় ৪/৫ মাহৰ কাৰণে চিয়কত পোষ্ট খুলিব লগা হয়। সেই কাৰণে মই আৰু CRP লচমন্‌ শিঙ্‌ নামৰ হাবিলদাৰ এজনেৰে সৈতে প্ৰায় ২৫/৩০ টা ঘোঁড়া আৰু ইয়াকৰ মালিকৰ এটা সৰু পোৰ্টাৰৰ দল লগতলৈ ইং ১৯৬২ চনৰ ডিচেম্বৰ মাহৰ ১ তাৰিখে পেনামিকৰ পৰা চিয়কলৈ যাবলৈ ইচিঙ্‌-লাৰ ১৭,৮৫০ ফুট ওখ শিখৰ খোজ কাঢ়ি পাৰহৈ ৩ ডিচেম্বৰত চিয়ক পোষ্ট পাওঁগৈ।

লেহৰ পৰা চিয়কলৈ যাবলৈ দ্বিতীয় পথটো লেহৰ পূৱত থকা চাঙ্‌-লা (পৰ্ব্বত) ১৬ হাজাৰ ফুটৰো ওখ মটৰ গাড়ীৰে পাৰহৈ দাৰবুক্‌ পোৱা যায়; আৰু দাৰবুকৰ পৰা প্ৰায় ৫ মাইল মান পৰ্ব্বত বগাই গৈ চিয়কলৈ যাব লাগে। শীতকালত চাঙ্‌-লা



শিখৰ প্ৰায় ৪ মাহলৈ গাড়ীৰে পাৰহোৱা সম্ভৱ নহয়। যি ৰাস্তাটো এতিয়ালৈ (ইং ১৯৬৩ চনলৈ) পৃথিবীৰ ভিতৰত গাড়ীবাটৰ কাৰণে সবাতকৈ ওখত Highest point (16317 FT) of the highest Road for vehicle in the world বুলি ঘোষনা কৰা হৈছে। পদযাত্ৰা আদি ৰাৰমাহে আৱশ্যক অনুপাতে হৈ থাকে চিয়কত প্ৰায় ১৫ ঘৰ মান লাদাখীৰে সৈতে এটা গুম্পা (বুদ্ধ মন্দিৰ) থকা সৰু এখন গাওঁ আৰু ITB ফোৰ্চৰ এটা কেম্প। লাদাখী গুম্পা বিলাকত সামান্য ভাৱে লৰা-ছোৱালী বিলাকক পঢ়াবলৈ শিকোৱা হয়।

এই পথটোৰে লেহৰ পৰা চিয়কলৈ মই প্ৰায় তিনিবাৰ মান আৱশ্যক অনুপাতে অহা-যোৱা কৰিব লগা হৈছিল আৰু এবাৰ বিশেষকৈ নতুন বৰফ পৰি চাঙ্‌লাৰ ১৬ হাজাৰ ফুটৰো ওখৰ গাড়ীৰ পথটো বন্ধ হোৱাৰ সময়ত ইং ১৯৬৩ চনৰ ডিচেম্বৰ মাহত ঘোৰাৰে দুজন লাদাখী পোৰ্টাৰৰ সৈতে নতুনকৈ বৰফ পৰাৰ সময়ত নতুন বৰফৰ গভীৰ পথাৰৰ মাজে মাজে প্ৰায় ৯/১০ মাইল মান অতিক্ৰম কৰি লাদাখৰ চাকৰী জীৱনৰ এটা ভয়াবহ তথা আমোদীও গভীৰ অনুভূতি লাভ কৰিবলৈ বাধ্য হৈছিলোঁ;— যি লাদাখৰ চাঙ্‌লা, ইচিঙ্‌-লা আৰু খাৰদুঙ্‌-লা পৰ্ব্বতৰ দৃশ্য আৰু পদযাত্ৰাৰ অনুভূতি এতিয়াও মনৰ কোণত গভীৰ ভাৱে সোমাই আছে।

কাশ্মীৰৰ গুলমাৰ্গ (Queen of Hills) তথা খিলনমাৰ্গ আদি ৮/৯ হাজাৰ ফুট ওখ সদায় বৰফে ঢাকি ৰখা শিখৰ বিলাক বহিৰাগত ভ্ৰমণকাৰী সকলোৰ কাৰণে বৰ আগ্ৰহৰ ঠাই। ইয়াৰ তুলনাত লাদাখ জিলাৰ সদৰ লেহ টাউন ১১ হাজাৰ ফুট ওপৰত অৱস্থিত। তাৰোপৰি লাদাখৰ এই চাঙ্‌লা, ইচিঙ্‌লা আৰু খাৰদুঙ্‌লা আদি ক্ৰমান্বয়ে ১৬, ১৭ আৰু ১৮ হাজাৰ ফুটৰো ওখৰ যাতায়ত পথ বিলাকৰ আগতে কোনো পৰ্ব্বত বগাবলৈ শিক্ষা নথকা যাত্ৰীৰ

আগমণ তথা পদযাত্ৰা লাদাখৰ কৰ্ম্মব্যস্ত জন জীৱনৰ কাৰণে নিশ্চয় ভয়াবহ আৰু বিপদ সঙ্কুল হলেও—অনুভৱী জনৰ কাৰণে ই এক ওখ পৰ্ব্বতাৰোহণৰ আমোদীয় উৎসাহ আৰু ওখ শিখৰ পাৰ হোৱাৰ গৌৰৱ আৰু তৃপ্তি নিশ্চয় যোগায়, সেইটো বিনাদ্বিধায় স্বীকাৰ কৰিব লাগিব।

## চুমাঠাং

চুমাঠাং (Chumathang) লাদাখৰ সিন্ধুনদৰ পাৰত চাৰিওফালে ওখ পৰ্ব্বতে আগুৰি থকা এখন সৰু লাদাখী গাওঁ; লেহৰ পৰা পুৱে প্ৰায় ৬০।৭০ মাইলমান দূৰত অৱস্থিত। যি ৰাস্তাটো লেহৰ পৰা চুমাঠাংহৈ গোমোতি (Gomoti) পোষ্ট আৰু তিব্বতৰ কাষত থকা পেঙ্গণ লেকলৈ ( Pengan Lake ) উত্তৰফালে আগবাঢ়ি আছে। এই চুমাঠাঙৰ প্ৰায় চাৰে বাৰ হাজাৰ ফুট ওখৰ পৰাই ইং ১৯৭৫ চনত অতি দুঃসাহসিক সিন্ধুনদৰ পাৰ্ব্বত্য নৌকা যাত্ৰা আৰম্ভ কৰিছিল,—এজন জাৰ্মানি আৰু ভাৰতীয় আৰ্মি ইঞ্জিনীয়াৰৰ এটা সৰু দলে দক্ষিণে সমতললৈ। চুমাঠাঙৰ ওচৰে পাজৰে আৰু পুৱ-উত্তৰৰ আগৰ অংশলৈ সিন্ধু নদীৰ ওপৰত জাৰকালি পানী গোট মাৰি প্ৰায় ঠায়ে ঠায়ে বৰফেৰে দলং (Snow Bridge) হৈ পৰে। যাৰ ওপৰেদি তিনিটনৰ গাড়ী আদিও সহজে পাৰহৈ যাব পাৰে। নদীৰ গভীৰ তলৰ অংশেৰে নিজৰি নিজৰি পানী বৈ থাকে। এইদৰে লাদাখৰ পেঙ্গণ হ্ৰদটোৰো বেচি অংশ জাৰকালি পানী গোট মাৰি কঠিন বৰফময় হৈ পৰে; যাৰ ওপৰেদি ৩।৪ মাহলৈ যাতায়ত আৰু গাড়ী চলাচল কৰিব পাৰি।

চুমাঠাঙত সৰু গুম্পা(বুদ্ধ মন্দিৰ) এটা আছে; আৰু প্ৰায় ২০ ঘৰ মান লাদাখীয়ে বাস কৰে। ইহঁতে ধান, গম, সৰিয়হ আৰু



মটৰ কলাই য'ত যি হয়, সামান্য পৰিমাণে জাৰকালিৰ পাচত খেতি কৰে। গৰু (ইয়াক), ঘোৰা আৰু ভেড়া আদিও পোহে। চুমাঠাঙৰ ওচৰত পৰ্ব্বতৰ শিখৰত বনৰীয়া বগা ছাগলী আৰু কষ্টুৰী থকা হৰিণো পোৱা যায় হেনো। মই ইং ১৯৬৪ চনৰ প্ৰথমাৰ্দ্ধত I T B ফোৰ্চৰ কেম্পৰ লগত মাটিৰ তলত (under ground) বাঙ্কাৰৰ ভিতৰত চুমাঠাঙত থকাৰ সময়ত মোৰ মেঘদূত 'আপোন প্ৰিয়া' বিৰহী (৪ৰ্থ ভাগ) ৰচনা কৰাৰ আৱশ্যকতা হৈ পৰিছিল উদাসী মনৰ উদাসী ভাবত।

লিখক

## ( পৰিশিষ্ট-২ )

### "আপোন প্ৰিয়াৰ বংশাৱলী"




" কুলেৰ স্ৰোতটি নাথাকে যদি
চেতন তোমাৰ অন্তৰে,
দীপ্ত পৰাক্ৰমী হ'য়ে
চ'ললে তম কন্দৰে ।"

—শ্ৰীশ্ৰীঠাকুৰ-



# VALEDICTORY

সংসাৰ জীৱনত আপোন প্ৰিয়াৰ লাহীহাতৰ ছুখনিৰ অযাচিত সাহায্য, নাৰী হৃদয়টিৰ অন্তৰ ভৰা প্ৰেৰনা, গাভৰু শৰীৰটিৰ মাধুৰ্য্যপুৰ্ণ সঙ্গ, আৰু দাম্পত্য প্ৰেমৰ অসহ্য বিৰহৰ উহঁ যোগোৱাৰ কাৰণেই,—এই খনি 'আপোন-প্ৰিয়াৰ ৰূপ; যদিও ই তাজমহলৰ তুলনা হব নোৱাৰে, তথাপি মোৰ ৰোহিণী জনীলৈ ই 'চিৰস্মৃতি'।

শেষত, ইয়াকেই আশাকৰোঁ যে, মোৰ এই আপোন-প্ৰিয়া পঢ়ি কোনো অসংযত দম্পতীয়ে সংযত হোৱাত সাহায্য হলে; কোনো অনাসক্ত মুনিহ, তথা বিবাহিত পুৰুষে নিজৰ বধু, তথা ৰমনীৰ প্ৰতি আন্তৰিক আগ্ৰহৰ নিচা বঢ়াব পাৰিলে; আৰু কোনো অৱহেলিতা প্ৰিয়াই নিজৰ প্ৰিয়ৰ পাৰ লগা মৰম-চুমাটিৰ আকৌ অধিকাৰিণী হোৱাত প্ৰেৰণা যোগালে, মোৰ 'আপোন-প্ৰিয়াৰ' আপোন সৌন্দৰ্য্য বাঢ়ি উঠিব বুলি নিশ্চয় অনুভৱ কৰিব পাৰিম; আৰু লগতে শ্ৰীমতী ৰোহিণীও মোৰ জীৱনত সদায় 'নভেল' যেন হৈ থকা তাজা অনুভৱ লাভ কৰি থাকিব পাৰিম বুলি ভাবো ।

= × =

*"Sex Decency*

*Invokes the urge to beautify*

*Civilisation"*

( Sri Sri Thakur )

"Women govern us; let us try to render them more perfect. The more they are sprightened so much the more we shall be. On the cultivation of the minds of women depends the wisdom of man"—SHERIDAN.

= x =



# পৰিশিষ্ট-৩

ৰোহিণীৰ যোগদান, দেখা আৰু ভ্ৰমণ কৰা ঠাই :—

(১) শ্ৰীশ্ৰীঠাকুৰ : দেওঘৰ—বৈদ্যনাথ ধাম—কামাখ্যা ধাম।

(২) কলিকতা—দায়মণ্ড হাৰবাৰ—বঙ্গোপসাগৰ : 'দি দক্রিন্-গ্ৰীওলেণ্ড' (মেট্ৰোচিনেমা-কলিকতা)

(৩) দাৰ্জিলীং : হিমালয় পৰ্ব্বতাৰোহী ইনষ্টিটিউচন আৰু মিউজিয়ম : কাটা পাহাৰ—জালা পাহাৰ : টাইগাৰহিল।

(৪) কোচবিহাৰ চহৰ আৰু গোলোকি

(৫) চিলং : চিলং পাহাৰৰ শিখৰ—এলিফেণ্টন জলপ্ৰপাত।

(৬) লক্ষ্ণৌ আৰু লক্ষ্ণৌৰ চাবলগীয়া—'প্ৰেম'-কুমাৰী যামিনী কৃষ্ণ মূৰ্ত্তিৰ নৃত্যাভিনয় (লক্ষৌৰ মে'ফেয়াৰ)— Guliver's three worlds (oden cinema-Lucknow)—

লক্ষ্ণৌত চাইকেল শিক্ষা

(৭) বাৰাউণী চহৰ।

(৮) চিলঙৰ লাইয়ন ক্লাৱত ৰেডক্ৰোচ পুজী সংগ্ৰহত 'গোলগপ্পা' বিক্ৰেতাত অংশ গ্ৰহণ ইং ১৯৬৮ চনত।

(৯) অসম এচেম্বলীৰ অধিবেশন আৰু ৰেডিও ষ্টেচন দৰ্শন (চিলঙত ইং ১৯৬৮ চনত)

(১০) অসম গৱৰ্ণৰ (বিষ্ণু সহায়ৰ) বিদায় সভাত যোগদান আৰু কুমাৰী চুবালক্ষ্মী বৰুৱাৰ নৃত্যাভিনয় দৰ্শন (চিলং লাইব্ৰেৰী)।

(১১) তেজপুৰৰ পৰা গুৱাহাটীলৈ বিমান যাত্ৰা (ইং ১৯৬৩ চন)

(১২) ভূটানৰ সীমান্ত (চাৰভাং)—ভূটান খুটি।

(১৩) ইন্দিৰা গান্ধীৰ উপস্থিতিত যুৱক-কংগ্রেছৰ সভাত যোগদান আৰু প্ৰধান মন্ত্ৰীক এখনি 'আপোন-প্ৰিয়া' (৪থ ভাগ (উপহাৰ (ৰবীন্দ্ৰ ভৱন ইং ১৯৭০ চন)

(১৪) উপৰ আসাম: তিনিচুকীয়া—ডিগবই—ডিব্ৰুগড়—যোৰহাট—কাজিৰাঙ্গা।

(১৫) অৰুণাচল প্ৰদেশ: টিৰাপ—নামচিক (খাৰচাং) তেলখনন কাৰখানা—মিওাও (পুৰ্ব্ব সীমান্ত—নেফা)

(১৬) সদিয়া—কুণ্ডিল—তেজু (লোহিত জিলা)—ৰয়িং।

(১৭) শিলঘাট—তেজপুৰ।

(১৮) ৰোহিণীয়ে আজি-কালি হিন্দী আৰু বঙ্গালীও বুজিব আৰু কব পৰা হৈ পৰিছে।

(১৯) দাৰ্জিলীঙৰ লীৰঙত ঘোঁৰা দৌৰ খেলা আৰু চিলঙত তীৰ খেলত বাজী লগোৱা (ক্ৰমান্বয় ইং ১৯৬০ আৰু ১৯৬৭-৬৮ চনত)।

সমাপ্ত